# জ্যোতিপ্ৰসাদ ৰচনাৱলী

(পৰিমাৰ্জিত আৰু পৰিবৰ্ধিত সংস্কৰণ)



মুখ্য সম্পাদক

ড° হীৰেন গোহাঁই

সহযোগী সম্পাদক

পৰমানন্দ মজুমদাৰ

সমীন্দ্ৰ হাজৰি



অসম প্ৰকাশন পৰিষদ

গুৱাহাটী ৭৮১ ০২১

**JYOTIPRASAD RACHANAVALI :** *The complete works of Jyotiprasad Agarwalla, newly edited and revised by Dr. Hiren Gohain, Sri Parmananda Majumdar and Sri Samindra Huzuri and published by Laxmi Nath Tamuly IAS, Secretary, Publication Board Assam, Guwahati 781 021, Assam, India.*

Sixth revisied and enlarged edition December 2003 Price Rs. 450.00



প্ৰথম সংস্কৰণৰ সম্পাদনা সমিতি

মুখ্য সম্পাদক

ড° সত্যেন্দ্ৰনাথ শৰ্মা

সহযোগী সম্পাদক

নৰকান্ত বৰুৱা ॥ ড° বীৰেন্দ্ৰনাথ দত্ত

সত্যপ্ৰসাদ বৰুৱা

প্ৰকাশক

লক্ষ্মীনাথ তামুলী আই এ এছ

সচিব

অসম প্ৰকাশন পৰিষদ

গুৱাহাটী-৭৮১ ০২১

পূৰ্বৰ সংস্কৰণসমূহ ঃ ১৯৮১, ১৯৮৬, ১৯৯৬, ১৯৯৯,২০০৩

পৰিমাৰ্জিত আৰু পৰিবৰ্ধিত ষষ্ঠ সংস্কৰণ ঃ ডিছেম্বৰ ২০০৩

মূল্য ঃ ৪৫০.০০ টকা

মুদ্ৰণ

ভৱানী অফ্‌ছেট এণ্ড ইমেজিং চিষ্টেম্‌ছ প্ৰাঃ লিঃ

ৰাজগড় ৰোড, গুৱাহাটী ৭৮১ ০০৭

# সচিবৰ ভূমিকা

১৯৫৮ চনতে প্ৰতিষ্ঠাপিত অসমৰ জাতীয় অনুষ্ঠান অসম প্ৰকাশন পৰিষদে অসমৰ ভাষা-সাহিত্য-সংস্কৃতিলৈ অনেক মূল্যবান অৱদান আগবঢ়াইছে। পৰিষদে আৰ্থিক লাভালাভলৈ আওকাণ কৰি আমাৰ ভাষা-সাহিত্য-সংস্কৃতিৰ শ্ৰেষ্ঠ সাহিত্যিকসকলৰ ৰচনাৰাজি একত্ৰে সংকলন— যথা, গোহাঞিবৰুৱা ৰচনাৱলী, জ্যোতিপ্ৰসাদ ৰচনাৱলী, ফণী শৰ্মা ৰচনাৱলী, বাণীকান্ত ৰচনাৱলী,অম্বিকাগিৰী ৰায়চৌধুৰী ৰচনাৱলী, ৰত্নেশ্বৰ মহন্ত ৰচনাৱলী, লম্বোদৰ বৰা ৰচনাৱলী, ভোলানাথ দাস ৰচনাৱলী আদিৰ উপৰিও সাহিত্যিক-ৰাজনীতিক গোপীনাথ বৰদলৈ, তৰুণৰাম ফুকন, নবীনচন্দ্ৰ বৰদলৈ আদিসকলৰ সমগ্ৰ ৰচনা প্ৰকাশ কৰি অসমীয়া বুদ্ধিসত্তা আৰু বৌদ্ধিক জগতত এক আলোড়নৰ সৃষ্টি কৰিছে। ঠিক একেদৰে বিশ্ববিশ্ৰুত মহাত্মা গান্ধী, জৱহৰলাল নেহৰু, ড° সৰ্বপল্লী ৰাধাকৃষ্ণণ, ৰাস্কিন, ৰাছেল, ৰবীন্দ্ৰনাথ আদিৰ লেখীয়া মনীষীসকলৰ চিন্তা-ভাৱনা প্ৰকাশক গ্ৰন্থৰ প্ৰকাশৰদ্বাৰা অসমীয়া পাঠকৰ মানসিক দিগন্ত বিস্তৃত-বিধৌত কৰাত সহায় কৰিছে। অসমৰ প্ৰাচীন বুৰঞ্জী অধ্যয়নৰ দিশতো অসম প্ৰকাশন পৰিষদ এক বলিষ্ঠ ভূমিকাত অৱতীৰ্ণ হৈছে। ড° মহেশ্বৰ নেওগৰ প্ৰাচ্য-শাসনাৱলী, ড° ডিম্বেশ্বৰ শৰ্মাৰ কামৰূপ-শাসনাৱলী, হিতেশ্বৰ বৰবৰুৱাৰ আহোমৰ দিন, গুণাভিৰাম বৰুৱাৰ আসাম বুৰঞ্জী, পদ্মনাথ গোহাঞিবৰুৱাৰ অসমৰ বুৰঞ্জী, ড° হেৰম্বকান্ত বৰপূজাৰীৰ দ্য কম্প্ৰিহেনচিভ হিষ্ট্ৰি অব আচামকে ধৰি বুৰঞ্জী বিষয়ক গ্ৰন্থ প্ৰকাশ কৰি পৰিষদে বুৰঞ্জী ৰচনাৰ ধাৰাবাহিকতা অটুট ৰাখিছে। এই দিশত এক বলিষ্ঠ সংযোজন হ'ল অসমৰ প্ৰথম আলোচনী অৰুনোদই, আসাম বন্ধু আৰু মৌৰ একত্ৰ সঙ্কলন।

বৈষ্ণৱ যুগৰ অৱদান বিষয়ক গ্ৰন্থ— সত্ৰীয়া নৃত্য আৰু সত্ৰীয়া নৃত্যৰ তাল, সত্ৰ-সঙ্গীতৰ স্বৰৰেখা, কীৰ্তন-ঘোষা আৰু নাম-ঘোষা ; প্ৰাচ্য-পাশ্চাত্যৰ ৰামায়ণ, মহাভাৰত, ইলিয়াদ, ওডিছী আৰু ইনীদৰ দৰে ধ্ৰুপদী মহাকাব্যৰ প্ৰকাশনক আমাৰ পাঠক সমাজে সাদৰেৰে আঁকোৱালি লৈছে।

ভাৰতীয় পৰম্পৰাৰ পঞ্চতন্ত্ৰ, হিতোপদেশ, কথা-সৰিৎ সাগৰ ; বিশ্ব-সাহিত্যৰ অজান দেশত এলিচ আদি এক সংখ্যক প্ৰখ্যাত শিশু-গ্ৰন্থ আৰু জনপ্ৰিয় বিজ্ঞান বিষয়ক পুথিৰে অসম প্ৰকাশন পৰিবদে ভাষা-সাহিত্যৰ প্ৰচাৰ-প্ৰসাৰত সততে অৰিহণা যোগাই আহিছে।

কিন্তু অসম প্ৰকাশন পৰিষদৰ দৰে জাতীয় অনুষ্ঠান এটাৰ পৰা ইতিমধ্যে প্ৰকাশিত অনেক দুৰ্মূল্য আৰু দুষ্প্ৰাপ্য গ্ৰন্থ বছৰ বছৰ ধৰি প্ৰকাশ নোহোৱাকৈ থকাত গ্ৰন্থ-আগ্ৰহী সমাজ গ্ৰন্থ-অধ্যয়নৰ পৰা বিৰত থাকিব লগাত পৰিছে। সেয়েহে আমি এই ২০০৩ বৰ্ষতে প্ৰায় ছকুৰি গ্ৰন্থ পুনঃ মুদ্ৰণ কৰি পাঠকসমাজলৈ আগবঢ়ালো। আশা কৰিছো, পঢুৱৈ সমাজে প্ৰকাশন পৰিষদৰ গ্ৰন্থ পূৰ্ববৎ আগ্ৰহেৰে আদৰি ল'ব।

লক্ষ্মীনাথ তামুলী আই এ এছ
সচিব
অসম প্ৰকাশন পৰিষদ

গুৱাহাটী
ডিছেম্বৰ ২০০৩

# সূচীপত্ৰ

# প্ৰকাশকৰ একেষাৰ

আৰ্থিক সংকটত মৃতপ্ৰায় হোৱা অসম প্ৰকাশন পৰিষদক পুনৰুজ্জীৱিত কৰাৰ প্ৰয়াসেৰে পুনৰ মুদ্ৰণ কৰিবলৈ লোৱা ১১৯ খন গ্ৰন্থৰে অন্যতম জ্যোতিপ্ৰসাদ ৰচনাৱলী। প্ৰথম অৱস্থাত পুৰণি সংস্কৰণটোকে অফ্‌চেট প্ৰেছত পুনৰ মুদ্ৰণ কৰাৰ কথা ভবা হৈছিল। এদিন আকস্মিকভাৱে ভ্ৰাতৃপ্ৰতীম পৰমানন্দ মজুমদাৰে কথাৰ মাজতে জনালে যে ড° হীৰেন গোহাঁইক মুখ্য সম্পাদক হিচাপে লৈ 'জ্যোতি প্ৰসাদ জন্ম শতবৰ্ষ উদ্‌যাপন সমিতি'য়ে জ্যোতিপ্ৰসাদ ৰচনাৱলীক পৰিবৰ্ধিত আৰু পৰিমাৰ্জিত ৰূপত যুগুতাই উলিওৱাৰ কাম হাতত লৈছিল। ড° গোহাঁইৰ লগত টেলিফোনতে আলোচনা কৰি সিদ্ধান্ত কৰা হ'ল যে জ্যোতিপ্ৰসাদৰ ৰচনাৱলী যিমান সম্ভৱ সিমান মূল ৰচনাৰ লগত সংগতি ৰাখি তেখেতে সম্পাদনা কৰি উলিয়াব আৰু অসম প্ৰকাশন পৰিষদে কোনো ধৰণৰ কেঁচি-কটাৰি ব্যৱহাৰ নকৰাকৈ প্ৰকাশ কৰি উলিয়াব। জ্যোতিপ্ৰসাদৰ ৰচনাৱলীৰ বহু ৰচনা বিকৃত বা অংগক্ষত কৰাৰ অভিযোগৰ কথা অসমৰ বৌদ্ধিক সমাজৰ অজানা নহয়। জ্যোতি প্ৰসাদ মৃত্যুৰ কেইবছৰমান আগৰ পৰা অধিক গণমুখী হৈছিল— বামপন্থী ভাৱাদৰ্শৰ দ্বাৰা আকৃষ্ট হৈছিল, কিন্তু কমিউনিষ্ট বা বিপ্লৱীভাৱৰ দৰে সশস্ত্ৰ সংগ্ৰামী হোৱা নাছিল। চিন্তাদৰ্শনৰ উত্তৰণৰ সংক্ৰান্তি কালতে ১৯৫১ চনত তেখেতৰ অকাল মৃত্যু হয়। জীয়াই থকাহেঁতেন জ্যোতিপ্ৰসাদ আগৰৱালা সশস্ত্ৰ সংগ্ৰামেৰে সমাজৰ ৰূপান্তৰ বিচৰা সমাজ বিপ্লৱী হ'লহেঁতেন নে হিন্দুৰ ঐতিহ্য আৰু পৰম্পৰাৰ উপাসক হৈ দুৰ্ঘোৰ ভাৱবাদী ব্যক্তি হৈ উঠিলহেঁতেন, সেইটো আজি আৰু নিৰ্ণয় কৰিব নোৱৰা বিষয় হৈ পৰিল। অসমীয়া সাত্বিক ভাৱবাদী পণ্ডিত সমাজে জ্যোতিপ্ৰসাদ ৰচনাৱলীৰ ঠায়ে ঠায়ে বিৰিঙি উঠা ৰঙাখিনি আঁতৰাই বিশুদ্ধ 'ৰূপকোঁৱৰ'ৰ ৰূপত দাঙি ধৰাৰ প্ৰয়াস কৰিছিল। বহু বিতৰ্ক হ'ল ; কিন্তু জ্যোতিপ্ৰসাদৰ কিছুমান ৰচনাত বিৰিঙি উঠা ৰঙাখিনিৰ বাস্তৱতা অস্বীকাৰ কৰা সম্ভৱ নহ'ল। জ্যোতিপ্ৰসাদক বিপ্লৱী বা ৰোমান্তিক ৰূপকোঁৱৰ অথবা গেৰুৱা ঐতিহ্যবাদী হিচাপে উত্তৰ সমাজে যেনেদৰেই মূল্যায়ন নকৰক লাগিলে, ৰচনাৱলী অবিকৃতৰূপত থাকিলেহে তেনে মূল্যায়ন বাস্তৱসন্মত হ'ব।

মুখ্য সম্পাদক ড° হীৰেন গোহাঁইৰ নেতৃত্বত তিনিজনীয়া সম্পাদনা সমিতিয়ে জ্যোতিপ্ৰসাদৰ সমুদায় প্ৰাপ্ত ৰচনাক মূল অনুসাৰে অবিকৃত ৰূপত যুগুতাই উলিয়াইছে বুলিয়েই আমাৰ বিশ্বাস। অৱশ্যে নিৰ্দিষ্ট কৰি দিয়া সময়সীমাৰ ভিতৰত সম্পাদনা কৰি দিবলগীয়া হোৱাৰ বাবে ড° গোহাঁইৰ লগতে দুয়োগৰাকী সহযোগী সম্পাদক প্ৰকাশন পৰিষদৰ আন্তৰিক কৃতজ্ঞতাৰ পাত্ৰ। সম্পাদকীয় নীতি আৰু বক্তব্যৰ সমস্ত কৃতিত্ব ড° গোহাঁইৰ প্ৰাপ্য। অসম প্ৰকাশন পৰিষদৰ অনুৰোধ ৰক্ষা কৰি জ্যোতিপ্ৰসাদৰ ৰচনাৱলীক অত্যন্ত বস্তুনিষ্ঠতাৰে সম্পাদনা কৰি পাঠকৰ হাতত দিয়াৰ বাবেও পৰিষদ সম্পাদনা সমিতিৰ ওচৰত কৃতজ্ঞ। অতি কম সময়ৰ ভিতৰত জ্যোতিপ্ৰসাদ ৰচনাৱলী ছপা কৰি আৰু বান্ধি উলিয়াই দিয়াৰ কাৰণে ভৱানী অফচেট এণ্ড ইমেজিং চিষ্টেম্‌চ প্ৰাইভেট লিমিটেডৰ সঞ্চালকমণ্ডলী আৰু সমূহ কৰ্মচাৰী পৰিষদৰ কৃতজ্ঞতাৰ পাত্ৰ।

২৫, ডিচেম্বৰ, ২০০৩

লক্ষ্মীনাথ তামুলী
সচিব, অসম প্ৰকাশন পৰিষদ

# নতুন পৰিমাৰ্জিত সংস্কৰণৰ সম্পাদনা সম্পৰ্কে

২০০৩ চনৰ জুন মাহত জ্যোতিপ্ৰসাদ আগৰৱালাৰ জন্মৰ শতবৰ্ষ পূৰ্ণ হ'ল। অসমৰ চুকে কোণে ব্যাপক কাযসূচীৰে শিল্পী গৰাকীৰ জন্ম শতবৰ্ষ উদযাপিত হৈছে। শতবৰ্ষ উদ্‌যাপনৰ সময়ছোৱাত আমাৰ মনলৈ এগৰাকী শিল্পী সংগ্ৰামীৰ কথা মনলৈ আহিছিল, তেওঁ হ'ল হেমাংগ বিশ্বাস। ভাৰতীয় গণনাট্য সংঘৰ উদ্যোক্তা আৰু সংঘৰ অসম শাখাৰ প্ৰতিষ্ঠাপক সম্পাদক হেমাংগ বিশ্বাসে জ্যোতিপ্ৰসাদৰ সৃজনশীল শিল্পী প্ৰতিভাক ওচৰৰ পৰা চিনি পাইছিল। সংঘৰ অসম শাখাৰ সভাপতিৰ দায়িত্বও জ্যোতিপ্ৰসাদে বহন কৰিছিল। জ্যোতি-প্ৰতিভাক অসম তথা অসমৰ বাহিৰত পৰিচয় কৰাৰ ক্ষেত্ৰত হেমাংগ বিশ্বাসৰ নাম স্মৰণীয়। ১৯৫৩ চনত হেমাংগ বিশ্বাসৰ উদ্যোগতে ভাৰতীয় গণনাট্য সংঘৰ অসম শাখাই জ্যোতিপ্ৰসাদৰ সোঁৱৰণী অনুষ্ঠান পাতিছিল। ইয়াৰ পৰৱৰ্তী সময়তো হেমাংগ বিশ্বাসে ধাৰাবাহিকভাৱে জ্যোতিস্মৰণ কৰিছে। "প্ৰবাহ"ৰ পাতৰ পৰা "আমাৰ প্ৰতিনিধি"লৈ তেওঁৰ কেবাখনো ৰচনা প্ৰকাশ পাইছে য'ত ব্যক্তিগত সান্নিধ্যৰ স্মৃতিৰে তেওঁ জ্যোতি-প্ৰতিভা উন্মোচন কৰিছে। জ্যোতিপ্ৰসাদৰ নিৰ্মোহ মূল্যায়নৰ বাবে এই ৰচনাখিনি মূল্যবান সম্পদ।

'জ্যোতিপ্ৰসাদ ৰচনাৱলীৰ' এই পৰিমাৰ্জিত আৰু পৰিবৰ্ধিত সংস্কৰণ প্ৰকাশৰ সময়ত আমি শ্ৰদ্ধেয় হেমাংগ বিশ্বাসৰ অৱদানক আন্তৰিকতাৰে স্মৰণ কৰিছো। জ্যোতিৰচনাৰ বিকৃতকৰণৰ বিৰুদ্ধে থিয় হৈ হেমাংগ বিশ্বাসে অসমৰ বৌদ্ধিক ইতিহাসকো সমৃদ্ধ কৰিছে। তেজপুৰৰ 'জ্যোতি সোঁৱৰণী সন্থা'ই জ্যোতিপ্ৰসাদৰ স্মৃতি ম্লান হ'বলৈ নিদি তেওঁৰ ৰচনাসমূহ ছোৱা-ছোৱাকৈ প্ৰকাশ কৰি এক গধুৰ দায়িত্ব পালন কৰিছিল। এই কামত তেওঁলোকক সহায় কৰিছিল জ্যোতিপ্ৰসাদৰ অনুৰাগী প্ৰসিদ্ধ সাহিত্যিক অতুলচন্দ্ৰ হাজৰিকাদেৱে। কিন্তু তেওঁলোকে প্ৰকাশ কৰা ৰচনাৱলীত বহুত বিকৃতি আৰু অসম্পূৰ্ণতা ৰৈ গৈছিল। সেই কথা অসমৰ ৰাইজৰ দৃষ্টিগোচৰ কৰিলে প্ৰথমে হেমাংগ বিশ্বাসেই। ১৯৭১ চনত তেওঁ কলিকতাৰ পৰা "দৈনিক অসম"লৈ (১৮ জানুৱাৰী) লিখা এখন চিঠিত অসমৰ ৰাইজক জনাইছিল যে 'জ্যোতিৰ্ধাৰা'ত (১৯৬১) সন্নিবিষ্ট 'শিল্পীৰ পৃথিবী' ৰচনাখন বিকৃত কৰা হৈছে। ৰচনাখনৰ বহু অংশৰ গুৰুত্বপূৰ্ণ পৰিচ্ছেদ বাদ দিয়া হৈছে। হেমাংগ বিশ্বাসে চিঠিখনত এনেদৰে উল্লেখ কৰিছিল ঃ

> "জ্যোতিপ্ৰসাদে মোলৈ 'শিল্পীৰ পৃথিবী'ৰ এখন কপি পঠিয়াইছিল। ভাৰতীয় কমিউনিষ্ট পাৰ্টি বে আইনী হোৱাৰ পিছত মই ১৯৫৩ চনত কলিকতাৰপৰা গুৱাহাটীলৈ আহি 'শিল্পীৰ পৃথিবী'ৰ এখন কপি এজন বন্ধুৰ পৰা দুদিনৰ বাবে ধাৰ লৈ মোৰ এখন নোটবহীত তাৰ পৰা কেইটামান গুৰুত্বপূৰ্ণ অংশ লিখি ৰাখো। সৌভাগ্যবশতঃ সেই নোটবহীত লিখি ৰখা অংশৰ লগত জ্যোতিপ্ৰসাদ সোঁৱৰণী সংস্থাৰ 'জ্যোতিৰ্ধাৰা'ত প্ৰকাশিত 'শিল্পীৰ পৃথিবী' মিলাই চাই দেখিলো মূল অভিভাষণৰ পৰা তলত দিয়া কেইফাঁকি 'উধাও' হৈ গৈছে। মই দেখাত সেই লাইনকেইটি হ'ল—
>
> "আজিৰ আমাৰ স্বাধীন শাসনতন্ত্ৰখন হ'ল ১৯৩৫ চনৰ পাৰ্লামেণ্টৰ এক্টখনৰ আৰু এটা আহল-বহল সংস্কৰণ। ইয়াতে স্বাধীন ভাৰতীয় মৌলিকতা প্ৰকাশ পালে নেকি?"
>
> এই গোটেই পেৰাগ্ৰাফটো 'জ্যোতিৰ্ধাৰা'ত নাই। দ্বিতীয়টো হ'ল— "জাতীয় কংগ্ৰেছ গৱৰ্ণমেণ্টক প্ৰথমেই সমৰ্থন কৰা এক জনসংস্কৃতিৰ সপোন দেখোতা কমিউনিষ্টসকলে কিহৰ বাবে নিৰ্যাতন মূৰ পাতি ল'বলৈ ওলাইছে, দেশলৈ স্বাধীনতা অহাৰ পিছতো কিয় তেওঁলোকে স্বাধীনতাক সন্দেহ কৰিবলগীয়া হৈছে— কিয় জনতাক ভাল পোৱা সংস্কৃতিৰ সেৱক এই ছচিয়েলিষ্ট, কমিউনিষ্ট কৃষক উন্নতিকামী আন দেশসেৱকবোৰ আমাৰ নিজৰ স্বাধীন গৱৰ্ণমেণ্টৰদ্বাৰাই ধৰ্ষিত হ'বলগীয়া হৈছে।"

মূল অভিভাষণৰ পৰা এই পেৰাগ্ৰাফ একেবাৰে বাদ নিদি 'এডিটিঙ'ৰ কেঁচিৰ কাৰচাজি কৰি 'কমিউনিষ্ট', 'ছ'চিয়েলিষ্ট,' 'কৃষক বনুৱা' ইত্যাদি শব্দ কাটি পেলাই সদ্য প্ৰতিষ্ঠিত কংগ্ৰেছ চৰকাৰৰ বিৰুদ্ধে সংস্কৃতি সভাৰ মঞ্চৰ পৰা জ্যোতিপ্ৰসাদৰ impeachment বা ৰাইজৰ আদালতত দাখিল কৰা এই ঐতিহাসিক গোচৰৰ তীব্ৰতাক নৰম কৰি 'জেনাৰালাইজ' কৰি দিয়া হৈছে।.....?

হেমাংগ বিশ্বাসৰ সমৰ্থনত প্ৰকাশিত চিঠিৰ স্বাক্ষৰকাৰীসকল আছিল : (সৰ্বশ্ৰী) হীৰেন গোহাঁই, পবিত্ৰকুমাৰ ডেকা, হীৰেন ভট্টাচাৰ্য, ডম্বৰু দাস, সদা শইকীয়া, বত্ন ওজা (২১ জানুৱাৰী, ১৯৭১)। চিঠিখনত উল্লেখ কৰা হৈছিল—'জ্যোতিপ্ৰসাদৰ দৰে এজন মহান শিল্পীৰ উত্তৰাধিকাৰ বিকৃত কৰাৰ অধিকাৰ কাৰো নাই। বৰং যিসকলে তেনে অপকৰ্ম কৰে, তেওঁলোকে ভবিষ্যতৰ অসমীয়া মানুহৰ সৃষ্টি শক্তি পংগু কৰা বুলিলেও বঢ়াই কোৱা নহয়। কাৰণ একোজন মহান শিল্পীৰ কল্পনা আৰু ভাৱধাৰাই একোটা জাতিৰ সৃষ্টি যুগে যুগে পুষ্ট কৰি ৰাখে। তাৰ উপৰি জ্যোতিপ্ৰসাদৰ প্ৰতিভাৰ সঠিক মূল্যায়ন এনে বিকৃতিয়ে অসম্ভৱ কৰি তুলিব।' এই সন্দৰ্ভত মহানন্দ তালুকদাৰ (উত্তম বৰুৱা) লিখিত আন এখন চিঠিত 'শিল্পীৰ পৃথিৱী'ৰ মূল পাঠটিৰ লগত জ্যোতিৰ্ধাৰাৰ ৰচনাখনৰ পাৰ্থক্য দেখুৱাই উল্লেখ কৰা হৈছিল যে মূল পাঠৰ পৰা ১৩৩ টা শাৰী আৰু ২৩ টা শব্দ বাদ দিয়া হৈছে। এনেদৰে বাদ দিয়াৰ কোনো যুক্তি থাকিব নোৱাৰে।

'শিল্পীৰ পথিৱী'ত অস্ত্ৰোপচাৰ সম্পৰ্কে পৰৱৰ্তীকালত 'সাম্প্ৰতিক সাময়িকী'ত বিস্তাৰিত আলোচনা কৰে চৈতালী হাজৰিকাই। 'নালিয়াপুলৰ বিপদ সংকেত' বোলা জ্যোতিপ্ৰসাদ‍ৰ বিখ্যাত বিবৃতিটোও 'সাম্প্ৰতিক সাময়িকী'য়ে প্ৰথম প্ৰকাশ (১৯৭৮) কৰে। বিবৃতিটোৰ পাঠ উদ্ধাৰ কৰি আলোচনীখনত প্ৰকাশ কৰে হীৰেন গোহাঁয়ে।

১৯৮১ চনত প্ৰথমবাৰৰ বাবে 'জ্যোতিপ্ৰসাদ ৰচনাৱলী' প্ৰকাশিত হ'ল। কিন্তু এনে এক গুৰুত্বপূৰ্ণ ৰচনাসমগ্ৰত পুনৰবাৰ 'জ্যোতিৰ্ধাৰা'ৰ বিকৃত 'শিল্পীৰ পৃথিৱী'খনেই সংকলিত হ'ল। 'নালিয়াপুলৰ বিপদ সংকেত'কে ধৰি কেবাখনো সহজে পোৱা ৰচনাও সংকলিত নহ'ল, যিকেইখন ৰচনাই জ্যোতিপ্ৰসাদৰ চিন্তাদৰ্শনৰ বিবৰ্তন সূচায়। স্বাভাৱিক কাৰণতে পুনৰ বিতৰ্ক আৰম্ভ হ'ল। নিত্য বৰা সম্পাদিত 'সাম্প্ৰতিক সাময়িকী'ৰ এটি সম্পাদকীয় নিবন্ধত (এপ্ৰিল, ১৯৮১) বিকৃত ৰূপৰ 'শিল্পীৰ পৃথিৱী' পুনৰ সংকলিত হোৱাত তীব্ৰ প্ৰতিবাদ কৰা হয়। 'নালিয়াপুলৰ বিপদ সংকেত'খন—ৰচনাৱলীত সংকলিত নোহোৱাত আলোচনীখনত আশ্চৰ্য প্ৰকাশ কৰা হয়। ৰচনাৱলীত সন্নিবিষ্ট আন এখন ৰচনা 'আইদেউৰ জোনাকী বাট'ৰ এটা পৰিচ্ছেদ বাদ পৰাৰ কথাও প্ৰসেনজিৎ চৌধুৰীয়ে 'পাণ্ডুলিপি' নামৰ আলোচনীত উল্লেখ কৰে। "সাম্প্ৰতিক সাময়িকী"য়ে বিষয়টিৰ গুৰুত্বলৈ চাই ৰচনাৱলীৰ প্ৰকাশক আৰু সম্পাদনা সমিতিৰ সদস্যসকলৰ এটি সাক্ষাৎকাৰ প্ৰকাশ কৰে (ফেব্ৰুৱাৰী-মাৰ্চ সংখ্যা ১৯৮২)। "সাম্প্ৰতিক সাময়িকী"ৰ হৈ এই সাক্ষাৎকাৰ গ্ৰহণ কৰে পৰমানন্দ মজুমদাৰে। সাক্ষাৎকাৰটিৰ পৰা ৰচনাৱলীৰ ত্ৰুটি-বিচ্যুতিৰ অন্তৰালৰ বহু কথাই স্পষ্ট হৈ পৰে। 'ৰচনাৱলী'ৰ বিসংগতি লৈ এই সময়ছোৱাত 'সাদিনীয়া নাগৰিক' আৰু অন্যান্য কাকত আলোচনীত কিছুদিন ধৰি আলোচনা চলে। ড° হীৰেন গোহাঁই, শশী শৰ্মা, শৰৎ চন্দ্ৰ নেওগ, সমীন্দ্ৰ হুজুৰি, পৰমানন্দ মজুমদাৰ, মুকুট ভট্টাচাৰ্য আদিয়ে বিষয়টিগুৰুত্ব সহকাৰে অসমৰ ৰাইজৰ সমুখত তুলি ধৰে। প্ৰকাশন পৰিষদৰ সেই সময়ৰ মাননীয় সচিবে ত্ৰুটি বিচ্যুতিখিনিৰ কথা স্বীকাৰ কৰি পৰিষদৰ দ্বাৰা প্ৰকাশিত 'প্ৰকাশ' আলোচনীত 'শিল্পীৰ পৃথিৱী'ৰ নিৰ্ভুল পাঠ আৰু ৰচনাৱলীত অসংকলিত জ্যোতিপ্ৰসাদৰ কেবাখনো ৰচনা প্ৰকাশ কৰে। ১৯৮৬ চনত ৰচনাৱলীৰ সংশোধিত আৰু পৰিবৰ্ধিত দ্বিতীয় সংস্কৰণ প্ৰকাশ কৰা হয়।

(এইখিনিতে উল্লেখ কৰিব পাৰি যে ১৯৭২ চনতো জ্যোতিপ্ৰসাদক বিশুদ্ধ জাতীয়তাবাদী ৰূপত সজোৱাৰ বিৰুদ্ধে "নতুন পৃথিৱী" আলোচনীত নছৰুদ্দিন হাজৰিকাৰ প্ৰতিবাদ প্ৰবন্ধ এটাত জ্যোতিপ্ৰসাদৰ প্ৰগতিশীলতা উন্মোচন কৰা হৈছিল।)

জ্যোতিপ্ৰসাদৰ জন্ম শতবৰ্ষৰ সময়ত জ্যোতি-ৰচনাৰ বিসংগতিসমূহৰ কথাও সচেতন মহলে আলোচনাৰ মাজলৈ আনে। শিল্পীগৰাকীৰ জন্ম শতবৰ্ষ ব্যাপক ভাৱে উদ্‌যাপন কৰাৰ উদ্দেশ্যে গুৱাহাটীত শিল্পী-সাহিত্যিক, সাংস্কৃতিক কৰ্মী, নাগৰিকৰ উপস্থিতিত গঠিত হয় 'জ্যোতিপ্ৰসাদ জন্ম শতবৰ্ষ উদ্‌যাপন সমিতি ঃ অসম' (যিটো সংগঠনৰ সভাপতি মণ্ডলীত আছিল নলিনীধৰ ভট্টাচাৰ্য, দিলীপ শৰ্মা আৰু কেশৱ মহন্ত, কাৰ্যকৰী সভাপতিৰ দায়িত্ব বহন কৰিছিল ড°হীৰেন গোহাঁই, ড° শিৱনাথ বৰ্মন, উদয়াদিত্য ভৰালী আৰু নিত্য বৰাই; যুটীয়া সম্পাদকৰ দায়িত্বত আছিল লোকনাথ গোস্বামী আৰু পৰমানন্দ মজুমদাৰ) শতবৰ্ষৰ লগত সংগতি ৰাখি বিভিন্ন অনুষ্ঠান আয়োজন কৰাৰ উপৰি সমিতিয়ে জ্যোতি ৰচনাৱলী পুনৰ সম্পাদনা আৰু প্ৰকাশৰ বাবে আঁচনি লৈছিল। সমিতিয়ে ড° হীৰেন গোহাঁইক মুখ্য সম্পাদকৰ দায়িত্ব দিয়ে। এখন সম্পাদনা সমিতিও গঠিত হয়। সমিতিৰ তিনিজন সদস্যই কামটি হাততলৈ তেজপুৰলৈ গৈ 'জ্যোতি ভাৰতী' আৰু জ্যোতি-ভ্ৰাতৃ হৃদয়ানন্দ আগৰৱালাৰ ঘৰত জ্যোতিপ্ৰসাদৰ হাতে লিখা কিছু পাণ্ডুলিপি পৰীক্ষা কৰে আৰু সম্পাদনাৰ কাম আৰম্ভ কৰে। কিন্তু এই কাম কিছুদূৰ আগবঢ়াৰ পিছত ৰচনাৱলীৰ স্বত্ব লৈ সমস্যাৰ উদ্ভৱ হোৱাত সাময়িকভাৱে সম্পাদনাৰ কাম বন্ধ হৈ পৰে।

এনে সময়তে সমিতিৰ এগৰাকী যুটীয়া সম্পাদকৰ প্ৰকাশন পৰিষদৰ মাননীয় সচিব শ্ৰীযুত লক্ষ্মীনাথ তামুলীৰ সৈতে যোগাযোগ হোৱাত জানিব পৰা গ'ল যে পৰিষদে ইয়াৰ প্ৰকাশিত আটাইবোৰ পুথিৰে নতুন সংস্কৰণ উলিয়াবলৈ লৈছে। যিহেতু এই পুথিসমূহৰ মাজত 'জ্যোতিপ্ৰসাদ ৰচনাৱলী'ও আছে, সচিব মহোদয়ে ৰচনাৱলীৰ নতুন সম্পাদিত সংস্কৰণ প্ৰকাশ কৰিবলৈ আগ্ৰহ প্ৰকাশ কৰে। তেওঁ ড° হীৰেন গোহাঁইক নতুন সংস্কৰণৰ সম্পাদনাৰ দায়িত্ব অৰ্পণ কৰে। ড° হীৰেন গোঁহায়ে পৰমানন্দ মজুমদাৰ আৰু সমীন্দ্ৰ হুজুৰিক সহঃ সম্পাদক হিচাপে নিৰ্বাচন কৰে।

"জ্যোতিপ্ৰসাদ ৰচনাৱলী" সংশোধন কৰি নকৈ সম্পাদনা কৰিবলৈ ৰাইজৰ দাবী আৰু আমাৰ আকাংক্ষা কিছু কাল ধৰি প্ৰৱল হৈ আছে।

সৌভাগ্যৰ কথা যে অসম প্ৰকাশন পৰিষদৰ কৰ্মঠ সচিব লক্ষ্মীনাথ তামুলীয়ে এই দায়িত্ব ল'বলৈ আমাক আহ্বান কৰিলে। ই তেওঁৰ জাতীয় কৰ্তব্যৰ প্ৰতি সজাগতাৰ লক্ষণ। নতুন সংস্কৰণ উলিওৱাৰ আন এটা কাৰণো আছে। যুগে যুগে অধ্যয়ন, গৱেষণা আৰু বিচাৰে যিকোনো প্ৰতিভাৱান সাহিত্যিকৰ ৰচনাত নতুন আলোকপাত কৰে। সেই নতুন ব্যাখ্যা বা ভাষ্যও সমন্বিত ৰূপত নতুন যুগৰ পাঠকৰ হাতত তুলি দিয়া দৰকাৰ। এই সংস্কৰণত পাতনি আৰু পাদটীকাৰ জৰিয়তে সেই চেষ্টাও কৰা হৈছে।

জ্যোতিপ্ৰসাদৰ সমসাময়িক প্ৰাসংগিকতা যদিও সন্দেহাতীত তথাপি নুই কৰিব নোৱাৰি যে তেওঁৰ সমকালীন আৰু অতিপৰিচিত বহু ঘটনা বা তথ্য বৰ্তমান প্ৰজন্মৰ বাবে একেবাৰে অজ্ঞাত আৰু অস্পষ্ট হৈ পৰিছে। সেয়ে বিস্তাৰিত পাদটীকাৰ ব্যৱস্থা কৰা হৈছে। গদ্যৰচনা সমূহৰ পাদটীকা ড° হীৰেন গোহাঁয়ে, নাটকৰ পাদটীকা পৰমানন্দ মজুমদাৰে আৰু গীত-কবিতাৰ পাদটীকা সমীন্দ্ৰ হুজুৰিয়ে প্ৰস্তুত কৰিছে। ৰচনাৱলীৰ আৰু জ্যোতিপ্ৰসাদৰ সাহিত্যিক অৱদানৰ এক সামগ্ৰিক আলোচনা আগবঢ়াইছে মুখ্য সম্পাদক ড° হীৰেন গোহাঁয়ে।

এই নতুন সংস্কৰণ প্ৰকাশ কৰিবলৈ দায়িত্ব লোৱা বাবে লক্ষ্মীনাথ তামুলীক কৃতজ্ঞতা জনালোঁ। তাৰ উপৰি এই কামত পোনতে উৎসাহিত কৰা বাবে নিত্য বৰা, অখিল গগৈ আৰু নীলমণি ফুকনদেৱক ধন্যবাদ যাচিলোঁ।

পাদটীকাৰ বিভিন্ন ঠাইত বিশেষ তথ্যসূচীৰ বাবে সাহায্য কৰা লোকসকলৰ নামোল্লেখ কৰা হৈছে। তাৰ উপৰিও তলত নাম দিয়া ব্যক্তিসকলৰ সহায় সহযোগিতাই এই সংস্কৰণ সম্ভৱ কৰি তুলিছে ঃ

(১) জ্যোতিপ্ৰসাদৰ বহু ৰচনাৰ মূল পাঠ ফটোকপি কৰিবলৈ দিয়া বাবে তেজপুৰৰ হৃদয়ানন্দ আগৰৱালা আৰু পদ্মা আগৰৱালা।

(২) পূৰ্বে অপ্ৰকাশিত কিছুমান ৰচনা আৰু কেতবোৰ তথ্য বাতৰি কাকত আলোচনীৰ পৰা সংগ্ৰহ কৰি দিয়া বাবে কুশ মহন্ত আৰু অনিতা মহন্ত।

(৩) "শিল্পীৰ পৃথিৱী"ৰ প্ৰথম মুদ্ৰিত ৰূপ যোগান ধৰা বাবে ডিব্ৰুগড়ৰ প্ৰসেনজিৎ চৌধুৰী।

(৪) কেইটামান প্ৰবন্ধ, কবিতা আদিৰ বাবে গুৱাহাটীৰ উত্তম চন্দ্ৰ বৰুৱা, ড° জিতেন দাস, (অসম গ্ৰন্থাগাৰ সেৱাৰ সঞ্চালক), বৰপেটাৰ বিজনলাল চৌধুৰী, ডিব্ৰুগড় জিলাৰ ডাঃ গোলোক গগৈ।

(৫) দুটামান তথ্যৰ বাবে গুৱাহাটীৰ কনক চন্দ্ৰ কলিতা, ধনঞ্জয় শৰ্মা, জয়ন্ত গগৈ, গৌতম বৰা আৰু ডিব্ৰুগড়ৰ শৰৎ চন্দ্ৰ নেওগ।

(৬) কিছু পুৰণি প্ৰকাশিত ৰচনা চোৱাৰ সুযোগ দিয়া বাবে নৰ্থ ইষ্ট ফাউণ্ডেচন আৰু অসম চৰকাৰৰ বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগৰ কৰ্মকৰ্তাসকল।

ৰচনাৱলীৰ পূৰ্বৰ সংস্কৰণৰ অষ্টম আৰু নৱম খণ্ডত সন্নিবিষ্ট কিছুমান টুকুৰা টুকুৰি লেখা আৰু কেতবোৰ কবিতা নানা দিশৰ পৰা জ্যোতিপ্ৰসাদৰ প্ৰতিভাৰ যোগ্য নিদৰ্শন নহয় বুলি বৰ্তমান সংস্কৰণৰ পৰা বাদ দিয়া হৈছে, এই কথা পাঠক সকলে নিশ্চয় লক্ষ্য কৰিব। এইটো আমাৰ এটা সচেতন সিদ্ধান্ত। আনহাতে নতুনকৈ উদ্ধাৰ কৰা আন দুটামান প্ৰবন্ধ, কবিতা আৰু গান অতি গুৰুত্বপূৰ্ণ বুলি আমি অনুভৱ কৰিছোঁ। জ্যোতিপ্ৰসাদৰ লগত বিনিময় হোৱা দুখনমান চিঠিপত্ৰও পৰিশিষ্টত সংযোজন কৰা হৈছে সেইবোৰত নিহিত গুৰুত্বপূৰ্ণ তথ্য বা ইংগিতৰ বাবে।

এবছৰমান ধৰি এই সংশোধন আৰু সম্পাদনা কাম কৰিব পৰা হ'লে আমি সন্তুষ্ট হ'ব পাৰিলোহেঁতেন। কিন্তু সময় এমাহতকৈও কমহে পালো। নহ'লে প্ৰকাশন পৰিষদে প্ৰকাশৰ ভৰসা দিব নোৱাৰে। সেয়ে দিনে নিশাই পৰিশ্ৰম কৰি আমি সম্পূৰ্ণ কৰা কামতো কিছু ভুল ৰৈ যোৱা সম্ভৱ। তাৰ বাবে সদাশয় পাঠক সকলৰ ক্ষমা বিচাৰিছো।

আমি পাঠকক জনাব খুজিছো যে জাতীয় কৰ্তব্যৰ তাড়নাতে এই কামৰ বাবদ আমি কোনো পাৰিশ্ৰমিক লোৱা নাই। মাত্ৰ খৰচৰ বাবে সামান্য ধনহে লৈছো যদিও ইতিমধ্যে আমাৰ ব্যক্তিগত খৰচ হৈছে তাতকৈ বেছি।

কম সময়ৰ ভিতৰতে নতুন এই সংস্কৰণটিৰ কাম সম্পাদন কৰাত তৎপৰতাৰে দায়িত্ব পালন কৰি প্ৰকাশন পৰিষদৰ কৰ্মকৰ্তাসকল আৰু ভৱানী অফছেট এণ্ড ইমেজিং চিষ্টেমছ প্ৰাঃ লিঃৰ কৰ্মীসকল আমাৰ ধন্যবাদাৰ্হ হৈছে।

শেষত জ্যোতিপ্ৰসাদৰ অনুৰাগীসকলৰ সহযোগ আৰু সহানুভূতি আশা কৰিলো।

ইতি—

হীৰেন গোহাঁই
পৰমানন্দ মজুমদাৰ
২০ ডিছেম্বৰ, ২০০৩ সমীন্দ্ৰ হাজৰিকা

# নতুন পৰিমাৰ্জিত সংস্কৰণৰ মুখ্য সম্পাদকৰ
# ভূমিকা

(১)

জ্যোতিপ্ৰসাদ আগৰৱালাৰ জীৱনকাল (১৯০৩-১৯৫১) অসমীয়া তথা ভাৰতীয় সমাজৰ আধুনিক যুগলৈ উত্তৰণৰ ঐতিহাসিক পৰ্যায়ৰ সমসাময়িক আছিল। এই কালছোৱাত ভাৰতৰ স্বাধীনতা সংগ্ৰামে বিভিন্ন পৰীক্ষাৰ মাজেদি ব্যাপ্তি আৰু সমৃদ্ধি অৰ্জন কৰিছিল, আৰু দেশবিভাজন আৰু নাৰকীয় সাম্প্ৰদায়িক নৰমেধৰ মাজত অৰ্জন কৰিছিল বাঞ্ছিত স্বাধীনতাৰ দ্বিধাসংশয় জড়িত আশীৰ্বাদ—নেহৰুৰ ভাষাত 'ভবিতব্যৰ সৈতে মিলন-মুহূৰ্ত' (Tryst with Destiny)। কিন্তু কলা-সাহিত্য-বিজ্ঞান-সংস্কৃতিৰো সকলো দিশত অসমীয়া আৰু ভাৰতীয়ই এক আধুনিক আত্মপৰিচয়ৰ চেতনা লাভ কৰিছিল এই পৰ্যায়তে। ৰবীন্দ্ৰনাথৰ দৰে কবি, মহাত্মা গান্ধীৰ দৰে ৰাজনৈতিক নেতা, জগদীশ বসু—চি. ভি. ৰমনৰ দৰে বৈজ্ঞানিক আৰু অসংখ্য সৰু-বৰ প্ৰতিভা আৰু মনীষীয়ে ভাৰতৰ আকাশ পোহৰাই ৰাখিছিল।

এই নৱযুগৰ ক্ষুদ্ৰ সংস্কৰণ এটি অসমৰ মঞ্চত অভিনীত হৈছিল। ভাৰতৰ এচুকত, ঔপনিবেশিক প্ৰশাসনৰ চেঁচুকত ; অসমতো নতুন যুগৰ প্ৰাণময় পৰশে তন্দ্ৰামগ্ন জনগণৰ টোপনি ভাঙিছিল আৰু তেওঁলোকৰ চেতনাত দূৰদিগন্তৰ আহ্বান ধ্বনিত কৰিছিল। জ্যোতিপ্ৰসাদৰ ভাষাত লুইত পৰীয়া বাঁহতলীয়া গাঁৱৰ ডেকাগাভৰুৱে বিশ্বৰ বৰসবাহত যোগ দিবলৈ অধীৰ আকাংক্ষা অনুভৱ কৰিছিল। অসমত শিক্ষিত মধ্যশ্ৰেণীয়ে ব্ৰিটিছ প্ৰশাসনৰ লগত সহযোগিতাৰ মঞ্চ Assam Association বিলোপ কৰি ভাৰতীয় জাতীয় কংগ্ৰেছৰ নেতৃত্বত স্বৰাজ আৰু স্বাধীনতাৰ ব্ৰত গ্ৰহণ কৰিছিল, অসম সাহিত্য সভা আৰু "জোনাকী"—"বাঁহী"— "আৱাহন"ৰ জৰিয়তে এক আধুনিক জাতীয় সাহিত্যৰ ভিত্তি ৰচনা কৰিছিল, সংগীত, নাটক, আৰু কথাছবিত এখুজি দুখুজিকৈ আধুনিকতাৰ বাটেৰে অগ্ৰসৰ হৈছিল এই সময়তো, আৰু এই উদ্যোগত তেওঁলোকে কেৱল অসাধাৰণ ত্যাগ, অধ্যৱসায় আৰু সৃষ্টিশক্তিৰ আৰ্হি দেখুৱাই নহয়, শ্ৰমজীৱী জনগণকো নিষ্ঠাবান অনুগামীৰূপে কাষত পাইছিল। জ্যোতিপ্ৰসাদ আছিল এই যুগৰে সাৰ্থকনামা প্ৰতিনিধি। লক্ষ্মীনাথ বেজবৰুৱাৰ পিছতে জাতিয়ে তেওঁক আধুনিক অসমৰ অগ্ৰগণ্য ভাস্কৰ বুলি ধৰে।

কিন্তু এই সকলোবোৰ ঘটিছিল ঔপনিবেশিক শোষণ-দমনৰ পৰিবেশৰ মাজত। এই কালছোৱাৰ পুঁজিবাদী দেশবোৰৰ ভিতৰত আটাইতকৈ শক্তিশালী আৰু প্ৰভাৱশালী বুলি জনাজাত ইংলেণ্ডৰ উপনিবেশ ভাৰতে কিছু পৰিমাণে আধুনিক ইংৰাজ আইন-কানুন, সাহিত্য-বিজ্ঞান আৰু শিল্প-ব্যৱসায়ৰ সংস্পৰ্শ লাভ কৰিলেও ঔপনিবেশিক বাধ্যবাধকতাৰ মাজত সকলো ক্ষেত্ৰতে স্বতন্ত্ৰ বিকাশৰ পথ বন্ধুৰ আৰু দুৰ্গম বুলি উপলব্ধি কৰিছিল। ঔপনিবেশিক আধুনিকতাই ভাৰতীয়ৰ মনত স্বতন্ত্ৰ বিকাশৰ সপোন আৰু আকাংক্ষা প্ৰবল কৰিছিল, কিন্তু লগে লগে সেই আকাংক্ষাক তাৰ স্বাভাৱিক পৰিণতিলৈ যাবলৈ নিদি এক নিশকতীয়া; পঞ্জালগা স্তৰত আৱদ্ধ ৰাখিছিল। ভাৰতীয়ৰ শিল্প, ব্যৱসায়, কৃষি, বিজ্ঞান ঔপনিবেশিক বৈষম্যমূলক আৰু শোষণধৰ্মী নীতি-নিয়মে পংগু কৰিছিল, আৰু এই বন্দীদশাই দুগুণে জ্বলাইছিল ভাৰতীয়ৰ হিয়াই-হিয়াই স্বাধীনতা প্ৰেমৰ অগ্নিশিখা।

কিন্তু ঔপনিবেশিক শোষণ—দমনৰ সহায়ক আছিল ভাৰতীয় ঐতিহ্যৰ কেতবোৰ যুগজীৰ্ণ অভিশপ্ত ধাৰা। জাত-পাত, ধৰ্মীয় সংকীৰ্ণতা, অস্পৃশ্যতা, লিংগবৈষম্য আদি ক্ষয়িষ্ণু অতীতৰ কেতবোৰ অনুষ্ঠান আৰু সংস্কাৰৰ শিপা সবল কৰি ৰাখিছিল ঔপনিবেশিক ব্যৱস্থাই জীয়াই ৰখা সামন্তবাদী অৱশেষে। ভাৰতৰ এক বৃহৎ অংশ ১৯৪৭ চনলৈকে ব্ৰিটিছৰ কৰতলীয়া দেশীয় ৰজাৰ অধীন আছিল, আৰু তাৰ বেছিভাগেই পুৰাতন ৰীতি-নীতি, সংস্কাৰ আৰু বিশ্বাসত নিমগ্ন হৈ আছিল। ব্ৰিটিছ অধিকৃত অঞ্চলতো ৰে'ল-ডাক-টেলিগ্ৰাফৰ দৰে আধুনিক সংযোগ-ব্যৱস্থাই আধুনিকতাৰ স্পন্দন আনিলেও সমাজৰ অভ্যন্তৰত প্ৰগতিৰ ক্ষমতা সঞ্চাৰ কৰা নাছিল। ভাৰতৰ প্ৰাকৃতিক সম্পদ, কৃষিজাত সামগ্ৰী, সস্তা শ্ৰম শোষণ কৰাহে ঔপনিবেশিক ব্যৱস্থাৰ ঘাই উদ্দেশ্য আছিল। ভাৰতীয় জনগণক বিভিন্ন বন্ধনৰ পৰা মুক্ত কৰি স্বতন্ত্ৰ সৃষ্টি যজ্ঞত প্ৰবৃত্ত কৰোৱা তাৰ লক্ষ্য নাছিল। আনহাতে ব্ৰিটিছ শাসনৰ দীৰ্ঘ কাল জুৰি ভাৰতীয় সকলে নিজ জ্ঞানবুদ্ধিৰে এইবোৰ আচাৰ-অনুষ্ঠানৰ মূলোচ্ছেদ কৰিবলৈ কোনো ক্ষমতা লাভ কৰা নাছিল। প্ৰতিবাদ হৈছিল, আন্দোলন হৈছিল, কিন্তু সেই ৰুগ্নতাৰ মূলোচ্ছেদ কৰিবলৈ ভাৰতীয়ই সাৰ্বভৌম কৰ্তৃত্ব অৰ্জন কৰিব পৰা নাছিল। আনহাতে স্বাধীনতা চৰ্ত্ত পূৰণৰ ক্ষণ ঔপনিবেশিক শক্তিয়ে কৌশলেৰে পিছুৱাই লৈ গৈ থকাত সাম্প্ৰদায়িকতা, জাতিভেদ, ধৰ্মান্ধতা, নাৰীত্বৰ অৱমাননা আধুনিক ভাৰতীয় সমাজৰ চিৰকলীয়া সংগী আৰু সহযাত্ৰীৰূপেই লগে লগে আহি আছিল, এতিয়াও আহি আছে। পৰিৱৰ্তন হৈছে, সংস্কাৰ ঘটিছে, কিন্তু সমাজৰ মূল ভিত্তি যে আজিও অটুট হৈ আছে, নানা অশুভ আৰু বিভৎস সাম্প্ৰতিক ঘটনাই আমাক সোঁৱৰাই আছে।

এই পৰিবেশত ঐতিহ্যৰ ধাৰণাটোৱেই ধুঁৱলি-কুঁৱলি হৈ পৰা স্বাভাৱিক। ঔপনিবেশিক প্ৰভুত্বই ভাৰতীয়ৰ আত্মসন্মান ক্ষুন্ন কৰাৰ ফলত সচেতন ভাৰতীয়ই নিজৰ পৰিচয় বিচাৰি অতীতলৈ উভতি গৈছিল। এচামে নিজকে পৰিৱৰ্তন নকৰাকৈ বৰং পৰিৱৰ্তনৰ দাবী অগ্ৰাহ্য কৰি, আধুনিক পাশ্চাত্যৰ লগত ফেৰ মাৰিবলৈ বিচাৰিছিল। আন এচামে সেই চেষ্টাৰ বিড়ম্বনা উপলব্ধি কৰি ঐতিহ্যক ধূলিমলিৰ দৰে দেহমনৰ পৰা জাৰি জোঁকাৰি উলিয়াই পেলাব খুজিছিল। Hind Swaraj গ্ৰন্থত গান্ধীজীযেও এনে এক চৰম পন্থাৰ ওকালতি কৰিছিল। কিন্তু আধুনিক ভাৰতৰ শ্ৰেষ্ঠ মনীষী আৰু প্ৰতিভা সকলে আধুনিকতা আৰু ঐতিহ্যৰ, পাশ্চাত্য আৰু প্ৰাচ্যৰ সমন্বয়েৰে এক নতুন সভ্যতা-সংস্কৃতি গঢ় দি ভাৰতীয় প্ৰাণক পুনৰুজ্জীৱিত কৰিবলৈ বিচাৰিছিল। ৰবীন্দ্ৰনাথ এই সকলৰ ভিতৰত সৰ্বাগ্ৰগণ্য।

কিন্তু প্ৰাচ্যৰ ঐতিহ্য কি, সেইটোৱেই আজিও বিবাদ-বিতৰ্কৰ বিষয় হৈ আছে। বহুতে ক'ব খোজে দৈহিক কামনা-বাসনাক শাসন কৰি আধ্যাত্মিক আকাংক্ষাক জাগ্ৰত কৰাই প্ৰাচ্যৰ মৰ্ম্মবাণী। কিন্তু তেতিয়া ভাৰতৰ বিচিত্ৰ কলা-কৃষ্টিৰ বৈভৱকো চুৱাপাতনিত ঠাই দিবলগা হ'ব পাৰে। আনহাতে কলা কৃষ্টিৰ, বিজ্ঞান-দৰ্শনৰ সমৃদ্ধিক গুৰুত্ব দিবলৈ গ'লে, দেহাতীত আৰু ইন্দ্ৰিয়াতীতৰ সাধনাই তাৰ গুৰুত্ব হেৰুৱায়। বস্তুগত, ইন্দ্ৰিয়জ, কৰ্মপ্ৰবাহক স্থূল ইন্দ্ৰিয়তৃপ্তিৰ পৰা মুক্ত কৰি তাক আধ্যাত্মিক মহত্ত্বৰে উদ্বুদ্ধ কৰাই সমন্বয়বাদী সকলৰ মনঃপূত পন্থা হৈ পৰিছিল। ভাবাদৰ্শৰূপে যিমানেই ৰুচিকৰ নহওক, কাৰ্যক্ষেত্ৰত তেনে সমন্বয় সহজসাধ্য নহয়। দৈহিকতা আৰু আধ্যাত্মিকতাৰ ব্যৱধান দূৰ কৰা কঠিন। আচলতে ভাবজগতত এনে গোঁজামিল দিয়া সমন্বয় লোভনীয় হোৱাৰ কাৰণ বাস্তৱজগতত তাৰ অসম্ভাৱনীয়তা। জ্যোতিপ্ৰসাদে যাক "অপৰিচ্ছিন্ন" মানবসত্তা বুলি কৈছে, তাৰ বিভাজন কেনেকৈ হ'ল, সমস্যা তাতেই।

সমাজৰ দ্বান্দ্বিক বিকাশেই এহাতে মানুহক অসীম শক্তিৰ অধিকাৰী কৰিছে, আৰু আনহাতে ভ্ৰাতৃঘাতী হিংসাতে সেই শক্তিৰ প্ৰবল প্ৰয়োগ ঘটাইছে; এহাতে অপ্লাবিত উৎপাদনেৰে ভোগলিপ্সা বৃদ্ধি কৰিছে আৰু

আনহাতে সেই ভোগবিলাসৰ মাজত কৰুণ অতৃপ্তি আৰু অৰুচিৰ ভাব জগাই তুলিছে। মানৱ সমাজ দুটা শিবিৰত বিভক্ত হৈছে আৰু পৰস্পৰৰ মাজত সংঘাত আৰু সংঘৰ্ষই হিংসা, ক্ৰুৰতা, শোষণ, বঞ্চনা, অন্যায়, অবিচাৰৰ বিস্ফোৰণ ঘটাইছে। তাৰ বাবে প্ৰধানকৈ দায়ী সমাজৰ অৰ্থনীতি আৰু ৰাজনীতিত আধিপত্য বিস্তাৰ কৰা শ্ৰেণীটো। গান্ধীজীৰ পথেৰে ওৰে জীৱন শান্তি, অহিংসা, প্ৰেমপ্ৰীতি আৰু অবাৰিত সৃষ্টিকৰ্মৰে পৰিচিত ভাৰতীয় তথা মানৱসমাজ ন-কৈ গঢ়াৰ সপোন দেখা জ্যোতিপ্ৰসাদে শেষ জীৱনত শোষক শ্ৰেণীৰ হৃদয় পৰিৱৰ্তন দুঃসাধ্য বুলি উপলব্ধি কৰি অন্য পথৰ সন্ধান কৰিছিল। সেই সময়তে বামপন্থী মহলৰ সৈতে তেওঁৰ ঘনিষ্ঠতা হৈছিল। ঔপনিবেশিক ৰাষ্ট্ৰীয় আৰু সামাজিক ব্যৱস্থাৰ স্বৰূপ, আৰু স্বাধীনতাৰ পিছতো তাৰ প্ৰভাৱ এই নতুন চিন্তাৰ পোহৰত তেওঁ স্পষ্টকৈ হৃদয়ঙ্গম কৰিলে।

আচলতে ভাৰতীয় বাস্তৱতাৰ আচল স্বৰূপ বুজিবলৈ শিক্ষিত চামৰ অৰ্দ্ধশতাব্দীতকৈ বেছি সময় লাগিছিল। কাৰণ ভাৰত দখল কৰি উঠি শিক্ষাব্যৱস্থাৰ জৰিয়তে ব্ৰিটিছে তেওঁলোকৰ সুবিধা অনুযায়ী, তেওঁলোকৰ দৃষ্টিকোণৰ পৰা, ভাৰতীয় মানুহৰ নিজৰ বিষয়ে ধাৰণা কৰিবলৈ শিক্ষা দিছিল। ব্ৰিটিছ শাসক শ্ৰেণীয়ে উনবিংশ শতাব্দীৰ ইংলেণ্ডৰ প্ৰভাৱশালী দৰ্শন উপযোগিতাবাদৰ (Utilitarianism) প্ৰভাৱত ভাৰতীয় সমাজক কুসংস্কাৰ আৰু অন্ধবিশ্বাসৰ পৰা মুক্ত কৰি বিজ্ঞান আৰু প্ৰশাসনীয় শৃংখলাৰ জৰিয়তে প্ৰগতিৰ পথলৈ অনাৰ লক্ষ্য ঘোষণা কৰিছিল। বে'ন্থামৰ শিষ্য জে'ম্‌ছ্ মিল্ আৰু তেওঁৰ পুত্ৰ জন ষ্টীৱৰ্ট মিল্ আছিল এই ক্ষেত্ৰত ব্ৰিটিছ ঔপনিবেশিক শাসকগোষ্ঠীৰ প্ৰধান উপদেষ্টা। শাসকশ্ৰেণী আছিল উদাৰনৈতিক মানৱতাবাদত বিশ্বাসী। অথচ ঔপনিবেশিক ব্যৱস্থাটো কাৰ্যতঃ এই ভাবাদৰ্শৰ বিপৰীত আছিল। শোষণ আৰু বৈষম্যৰ ওপৰত যিমানেই আৱৰণ দিয়া নহওক, সেয়ে আছিল তাৰ আচল স্বৰূপ।

ঔপনিবেশিক ব্যৱস্থাত দৈহিক শ্ৰমৰ প্ৰয়োজনৰ পৰা মুক্ত আৰু আধুনিক শিক্ষাৰে শিক্ষিত যি ভাৰতীয় মধ্য শ্ৰেণী গঢ়ি উঠিছিল, তেওঁলোকে ইংৰাজৰ আইনৰ শাসন (Rule of Law) আৰু প্ৰজ্ঞাৰ বিস্তাৰৰ (Spread of enlightenment) বিষয়ে প্ৰচাৰত মোহগ্ৰস্ত হৈ কিছুকাল ব্ৰিটিছৰ লগত সহযোগিতা কৰি ভাৰতৰ উন্নতিসাধনৰ চেষ্টা কৰিলে। কিন্তু ক্ৰমে তেওঁলোকৰ উপলব্ধি হ'ল ভাৰতৰ উন্নতিতকৈ ইংলেণ্ডৰ লাভহে ব্ৰিটিছৰ প্ৰধান লক্ষ্য। প্ৰশাসনত তেওঁলোকে দক্ষতা দেখুৱালেও ইংৰাজ বিষয়াৰ তুলনাত কম বেতন পাইছিল, পদোন্নতিৰ সুযোগো আছিল সীমিত। ব্ৰিটিছে দেশৰ প্ৰাচীন সমাজব্যৱস্থাৰ পৰিৱৰ্তনতো হেমাহি কৰিছিল, অথচ প্ৰয়োজন হ'লে কোনো প্ৰাচীন ৰীতি-নীতি বা পৰম্পৰা হেলাৰে অগ্ৰাহ্য কৰিছিল। আইন-কানুনৰ প্ৰয়োগো আছিল বৈষম্যমূলক। এই বৰ্ণবাদী আধিপত্যই সততে ভাৰতীয়ৰ আত্মসন্মান ক্ষুণ্ণ কৰিছিল। এহাতে ঔপনিবেশিক প্ৰভুত্বৰ প্ৰতি বিৰোধিতাৰ ভাব বিকশিত হৈছিল, আনহাতে নিজৰ দুৰ্বলতাৰ উঁহ উলিয়াবলৈ শিক্ষিত ভাৰতীয় সক্ৰিয় হৈছিল।

স্বামী বিবেকানন্দ আৰু সমসাময়িক অনেকেই ভাবিছিল যে ভাৰতীয় আধ্যাত্মিক চিন্তা আৰু পশ্চিমৰ প্ৰাকৃতিক বিজ্ঞানৰ সমন্বয় ঘটাব পাৰিলে ভাৰতে পুনৰ তাৰ হেৰোৱা গৌৰৱ পুনৰুদ্ধাৰ কৰিব পাৰিব। তাৰ বাবে তেওঁ ভাৰতবাসীক মোহনিদ্ৰাৰ পৰা জাগ্ৰত হৈ আত্মসচেতন হ'বলৈ আহ্বান দিছিল। কিন্তু ঔপনিবেশিকতা আৰু সামন্তব্যৱহাৰ অবক্ষয়, দুয়োটা আছিল সামাজিক কথা—কেৱল আত্মসচেতন হ'লেই দুয়োটাৰে নাগপাশ ছিঙিব নোৱাৰি।

উনবিংশ শতাব্দীৰ শেষ দশকৰ পৰা দাদাভাই নৌৰজী আৰু ৰমেশচন্দ্ৰ দত্ত প্ৰভৃতি চিন্তাবিদে ভাৰতবাসীৰ দাৰিদ্ৰ্যৰ কাৰণ হিচাপে ঔপনিবেশিক লুণ্ঠনকে জগৰীয়া কৰিছিল। তেওঁলোকে দেখিলে যে ভাৰতৰ উৎপাদিত

সম্পদ বা সংগৃহীত খাজনা ভাৰতেতা পুনৰ বিনিয়োগ নহয়, ভাৰতবাসীৰ হাততো নপৰে, বৰং সৰহভাগ ধন ইংলেণ্ডৰ ধনিক শ্ৰেণীৰ হাতত বা ৰাজকোষত জমা হয়। সেয়ে ভাৰতৰ অৱস্থাৰ উন্নতি নহয় আৰু ভাৰতবাসীৰ দাৰিদ্ৰ্যৰ অৱসান নঘটে। তেওঁলোকৰ এই ধাৰণা Drain Theory নামে জনাজাত হৈছিল।

তাৰ কিছুকাল পিছত মাৰ্ক্সবাদী আৰু অমাৰ্ক্সবাদী সমাজবাদী শিবিৰত সাম্ৰাজ্যবাদৰ স্বৰূপ সম্পৰ্কে দিক্‌নিৰ্ণায়ক চিন্তা আৰম্ভ হ'ল। জে, এ, হব্‌ছন, লেনিন, আদিয়ে দেখুৱালে কোনো সাম্ৰাজ্যবাদী দেশৰ পুঁজিয়ে স্বদেশত লাভৰ হাৰ কমি আহিলে বিদেশত বিনিয়োগ কৰি সংকটৰ হাত সাৰিবলৈ বিচাৰে। আন কোনো দেশৰ ৰাজনৈতিক স্বাধীনতা হৰণ কৰি তাক উপনিবেশত পৰিণত কৰিব পাৰিলে সেই কাম বাধাহীনভাৱে কৰিব পাৰি। সেই দেশৰ প্ৰাকৃতিক সম্পদ, কৃষিজাত দ্ৰব্য সস্তাতে হাত কৰি শিল্পত নিয়োগ কৰিব পাৰি, সেই দেশত নিজৰ উৎপন্ন দ্ৰব্য ইচ্ছামতে মূল্য নিৰ্ধাৰণ কৰি বিক্ৰীও কৰিব পাৰি, নিজ দেশৰ ওপৰঞ্চি পুঁজি তাত মুনাফাৰ হাৰ নকমাকৈ বিনিয়োগ কৰিব পাৰি। গান্ধীজীয়ে যদিও ভাৰতবাসীয়ে স্বদেশীয় কৃষিশিল্প তথা সভ্যতা বৰ্জন কৰা বাবেই পৰাধীনতাৰ ভাৰ বৰ লগা হৈছে বুলি বিশ্বাস আৰু প্ৰচাৰ কৰিছিল, সাম্ৰাজ্যবাদ আৰু ঔপনিবেশিকতাত পৰাধীনতা আৰু অৱনতিৰ আৰ্থসামাজিক কাৰণ জৱাহৰলাল, জয়প্ৰকাশ, সুভাষ বসু আদি তৰুণ নেতা সকলে বিচাৰি পাইছিল। ক্ৰমে শিক্ষিত সমাজত সেই চিন্তাই শিপা বিস্তাৰ কৰিছিল।

১৯২১ চনত মহাত্মা গান্ধীৰ নেতৃত্বত দেশব্যাপি হোৱা অহিংস অসহযোগ আন্দোলনে হিন্দু-মুছলমান নিৰ্বিশেষে এনে বিপুল জনসমৰ্থন লাভ কৰিছিল যে সি ব্ৰিটিছ শাসকগোষ্ঠীক শংকাকুল কৰি তুলিছিল। জনগণৰ ব্ৰিটিছ বিৰোধিতাই চৌৰিচৌঝা আদি ঠাইত হিংস্ৰৰূপ লোৱাত বহু কংগ্ৰেছী নেতাক বিচলিত কৰি গান্ধীজীযে আন্দোলন প্ৰত্যাহাৰ কৰে। কাৰণ বোধহয় এয়ে আছিল যে গণআন্দোলনৰ জৰিয়তে গান্ধীজীয়ে পৰ্যায়ক্ৰমে ব্ৰিটিছ শাসকগোষ্ঠীৰ পৰা অধিক ক্ষমতা আৰু অধিকাৰ আদায় কৰাৰ পৰিকল্পনা কৰিছিল। গণআন্দোলনে বিপ্লৱী মুক্তিযুদ্ধৰ ৰূপ লোৱা হ'লে ভাৰতৰ জনগণক নেতৃত্ব দিয়া জমিদাৰ আৰু উদীয়মান ভাৰতীয় পুঁজিপতি শ্ৰেণীও বিপদত পৰিলহেঁতেন, আৰু ভাৰতীয় জনগণ বিভক্ত হৈ পৰিলহেঁতেন। সি যি নহওক, আন্দোলনৰ এই ব্যৰ্থতাই কিছুকাল ভাৰতত গভীৰ নৈৰাশ্য বিযপাই দিলে। আন্দোলনে ঐক্যবদ্ধ কৰা হিন্দু আৰু মুছলমান নেতৃবৃন্দৰ মাজত তীব্ৰ বিবাদ-বিসম্বাদে বাহ ল'লে।

এই কালছোৱাতে বিশ্বৰ পুঁজিবাদী ব্যৱস্থা গভীৰ আভ্যন্তৰীণ সংকটত পতিত হ'ল। এপিনে উন্নত দেশত হেজাৰবিজাৰ কল-কাৰখানা চাহিদাৰ অভাৱত বন্ধ হ'ল, দলে-দলে ঋণগ্ৰস্ত শিল্পপতি-ব্যৱসায়ীয়ে আত্মহত্যা কৰিলে, লাখ লাখ শ্ৰমিক নিবনুৱা হ'ল আৰু আনপিনে দৰিদ্ৰ উপনিবেশৰ কৃষক সৰ্বস্বান্ত হ'বলগা হ'ল। সাম্ৰাজ্যবাদী দেশবোৰে সিহঁতৰ অধীনত থকা উপনিবেশত আগৰ মূল্যতে শিল্পজাত দ্ৰব্য বিক্ৰী কৰি থাকিল, কিন্তু ভাৰতত ১৯৩২ চন মানত কৃষিজাত দ্ৰব্যৰ মূল্য পূৰ্বৰ শতকৰা পঞ্চাশ ভাগলৈ নামিল। খাজনা কিন্তু হ্ৰাস নাপালে, আগতকৈ বাঢ়িল। ভাৰতীয় শ্ৰমিকৰ মজুৰিও নিৰ্মমভাৱে বিদেশী মালিকে হ্ৰাস কৰিলে। লাখে লাখে কুটিৰশিল্পী বাটৰ ভিখাৰীত পৰিণত হ'ল। ভাৰতৰ আৰ্থসামাজিক দুৰ্দশাৰ মাৰ্ক্সীয় তথা সমাজবাদী বিশ্লেষণৰ সত্যতাৰ চাক্ষুস প্ৰমাণ ওলাল।

বিশ্বপুঁজিবাদৰ এই মন্দাই (depression) সংকটাপন্ন কৰি তোলা বিভিন্ন উন্নত পুঁজিবাদী দেশৰ শাসক শ্ৰেণীয়ে সংকটৰ পৰা ৰক্ষা পৰিবলৈ বিশ্বক ভাগভাগকৈ নিজৰ দখললৈ নিলে আৰু সেইবোৰ ভাগ বা অংশত উপনিবেশিক বা অৰ্দ্ধ ঔপনিবেশিক ব্যৱস্থা আৰোপ কৰিলে। সিহঁতৰ মাজত এনে দখলীকৃত অঞ্চলৰ ভাগ লৈ আগ্ৰাসী প্ৰতিযোগিতা আৰু সংঘাত দিনক দিনে প্ৰবল হ'ল। জাপান, জাৰ্মানি আদি দেশত পুঁজিবাদী

গোষ্ঠীয়ে ক্রুৰ আৰু হিংস্ৰ জাতীয়তাবাদৰ বিকাশত উৎসাহ দিলে। সাম্ৰাজ্যবাদী শিবিৰৰ এই অন্তৰ্দ্বন্দ্ব যেতিয়া বিশ্বযুদ্ধৰ ৰূপত বিস্ফোৰিত হ'ল, তেতিয়া সমাজবাদী শিবিৰৰ প্ৰভাৱো বৃদ্ধি পালে।

অসহযোগৰ অংশ ৰূপেই ১৯২১-২২ চনত বছৰি ৫ লাখ বনুৱাই ধৰ্মঘটত যোগ দিছিল। প্ৰথম মহাযুদ্ধত ইউৰোপত যুদ্ধত যোগ দি স্বদেশলৈ উভতি অহা ভাৰতীয় সৈনিকৰ পৰাও গাওঁ-ভুঁইৰ মানুহে ৰুছ বিপ্লৱে শ্ৰমিক শ্ৰেণীৰ ৰাষ্ট্ৰ গঠন কৰাৰ খবৰ শুনিছিল। গাঁৱৰ পৰা অহা ভাৰতীয় শ্ৰমিকৰ মাজতো এই খবৰে নতুন চেতনা সঞ্চাৰ কৰিছিল। একাংশ শ্ৰমিক শ্ৰমিক-সংঘ বা ট্ৰেড্ ইউনিয়নৰ সদস্যও হৈছিল। ভাৰতীয় পুঁজিবাদী সকল ট্ৰেড্ ইউনিয়নৰ উৎসাহী সমৰ্থক নোহোৱাই স্বাভাৱিক । কিন্তু ৰেলৱে আদি বিদেশী মালিকৰ অধীনত থকা উদ্যোগত দ্ৰুত গতিত শ্ৰমিক সংগঠন আৰু আন্দোলনে বিস্তৃতি লাভ কৰিছিল। ভাৰতীয় জাতীয় কংগ্ৰেছেও শ্ৰমিক সকলৰ মাজলৈ তাৰ বাণী লৈ গৈছিল আৰু শ্ৰমিকৰ সংকট লাঘৱ কৰিবলৈ প্ৰস্তাৱ গ্ৰহণ কৰিছিল। এনেকৈয়ে ক্ৰমে শ্ৰমিকৰ মাজত নিজৰ অৰ্থনৈতিক দাবী সম্পৰ্কে সচেতনতাৰ উপৰিও ৰাজনৈতিক চেতনাৰ বিস্তাৰ হৈছিল। ভাৰতত কুৰিৰ দশকৰ প্ৰথম বছৰ কেইটাত সাম্যবাদী ভাবধাৰা আৰু সংগঠনে গা কৰি উঠে। মুম্বাইত ডাংগে' আৰু ঘাটেই, কলিকতাত মুজাফৰ আহমদে সাম্যবাদী ভাবধাৰা প্ৰচাৰ কৰাত আগভাগ লয়। কাজী নজৰুল ইছলামৰ সম্পাদনাত কলিকতাত মুজাফৰ আহমদৰ পৰামৰ্শক্ৰমে প্ৰকাশিত "নৱযুগ" আৰু মুম্বাইত ডাংগে'ৰ সম্পাদনাত প্ৰকাশিত "The Socialist" আলোচনী এনে ভাৱধাৰাৰ মঞ্চ হৈ পৰে। মধ্যবিত্ত শিক্ষিত বিপ্লৱী মানসিকতাৰ বুদ্ধিজীৱী তাৰ প্ৰতি আকৃষ্ট হয়। সন্ত্ৰস্ত ব্ৰিটিছ চৰকাৰে সাম্যবাদ ভীতিত আক্ৰান্ত হৈ ১৯২৪ চনত সাম্যবাদী সকলৰ বিৰুদ্ধে কুখ্যাত "কানপুৰ ষড়যন্ত্ৰ" গোচৰ তৈয়াৰ কৰে। ব্যৱস্থাপক সভাত জৱাহৰলালৰ পিতৃ উদাৰনৈতিক কংগ্ৰেছ নেতা মতিলাল নেহৰুৱে তেতিয়া সাম্যবাদী সকলৰ আদৰ্শনিষ্ঠা, চৰিত্ৰবল আৰু ত্যাগৰ প্ৰশংসা কৰিছিল।

দেশৰ কেবাখনো প্ৰদেশৰ নিষিদ্ধ ঘোষিত সাম্যবাদী দলে নেপথ্যত থাকি পঞ্জাবৰ "কীৰ্ত্তি কিষাণ পাৰ্টি", কলিকতাৰ Workers and Peasants Party আৰু মুম্বাইৰ Workers and Peasants Party গঠন কৰে। যুক্ত প্ৰদেশতো তাৰ শাখা গঠন কৰি ১৯২৬ চনত সাম্যবাদী দলে কানপুৰত মুকলিকৈ সম্মিলন অনুষ্ঠিত কৰিছিল। এই দলবোৰে কংগ্ৰেছক প্ৰত্যক্ষ সংগ্ৰামৰ পথ ল'বলৈ হেঁচা দিয়ে। উল্লেখ কৰা ভাল যে ১৯২৯ চনতহে কংগ্ৰেছে পূৰ্ণ স্বাধীনতাৰ প্ৰস্তাৱ গ্ৰহণ কৰিছিল। ১৯৩৪ চনত সমাজবাদী ধ্যান ধাৰণা গ্ৰহণ কৰা কিন্তু সাম্যবাদী দলৰ লগত সম্পূৰ্ণ একমত নোহোৱা জয় প্ৰকাশ নাৰায়ণ, অচ্যুত পটৱৰ্দ্ধন, আচাৰ্য নৰেন্দ্ৰ দেৱ, আদিয়ে কংগ্ৰেছৰ অন্তৰ্ভুক্ত সমাজবাদী দল (Congress Socialist Party) গঠন কৰে। ছাত্ৰ যুৱকৰ মাজতো প্ৰগতিশীল ক্ৰান্তিকাৰী চিন্তাৰ প্ৰভাৱ দ্ৰুত গতিত বিয়পি পৰে আৰু তেওঁলোকৰ সৰ্বভাৰতীয় সংগঠন গঢ়ি উঠে আৰু ১৯৩৬ চনত প্ৰেম চন্দৰ সভাপতিত্বত প্ৰথম অধিবেশন হয় আৰু প্ৰগতিশীল লেখক সংঘও গঠিত হয়। কুৰি শতিকাৰ প্ৰথম দশকৰ পৰাই ঔপনিবেশিক চৰকাৰে কুটিল দূৰদৰ্শিতাৰে ভাৰতীয় হিন্দু আৰু মুছলমান সম্পত্তিশালী শ্ৰেণীৰ দুটা চামৰ মাজত সাম্প্ৰদায়িকতাৰ বিকাশত উচটনি দিছিল। ৰাজনৈতিক ক্ষমতাৰ সামান্য ভাগ এই শ্ৰেণীলৈ হস্তান্তৰ কৰিও মনোমালিন্য বৃদ্ধি কৰিছিল। শেষ পৰ্যন্ত প্ৰগতিশীল নেতাসকলে এই বিপদ জয় কৰিব নোৱাৰিলে। স্বাধীনতাৰ পূৰ্বে হোৱা ভয়াবহ দাংগাত লাখ লাখ নিৰীহ লোকে প্ৰাণ হেৰুৱালে।

প্ৰগতিশীল অনুষ্ঠান আৰু আন্দোলনৰ মাজেৰে সাম্ৰাজ্যবাদ আৰু ঔপনিবেশিকতাবাদক পৰাধীন ভাৰতৰ প্ৰধান বিপদ তথা শত্ৰু বুলি চিনাক্ত কৰি শিক্ষিত প্ৰগতিশীল চামে চিন্তাচৰ্চা আৰম্ভ কৰে আৰু বৌদ্ধিক

ক্ষেত্ৰত প্ৰতিৰোধ আৰম্ভ কৰে। এই আটাইবোৰ পৰ্যায়ৰ প্ৰভাৱ জ্যোতিপ্ৰসাদৰ জীৱন, চিন্তা তথা ৰচনাত পৰিলক্ষিত হয়। সেইবোৰ ধাৰাৰ অন্তৰ্দ্বন্দ্ব আৰু দুৰ্বলতাই তেওঁকো মানসিক অশান্তি আৰু উদ্বেগৰ বলি কৰিছিল।

আগতেই কোৱা হৈছে যে জ্যোতিপ্ৰসাদ আগৰৱালাৰ জীৱনকাল আৰু অসমীয়া জাতিৰ উত্থান সমসাময়িক ঘটনা, জ্যোতিপ্ৰসাদ সেই তৰংগৰ অন্যতম শীৰ্ষবিন্দু।

(২)

১৯০০ চনত অসম উপত্যকাত উচ্চশিক্ষাৰ একমাত্ৰ অনুষ্ঠান কটন কলেজ স্থাপিত হয়, আৰু অতি কম সময়ৰ ভিতৰতে কলিকতা বিশ্ববিদ্যালয়ৰ এখন আগশাৰীৰ কলেজ ৰূপে প্ৰতিষ্ঠা লাভ কৰে। উচ্চশিক্ষাৰ বাবে ইয়াত সমবেত হোৱা অসমৰ ডেকাসকলে শিক্ষালাভ কৰাৰ উপৰিও স্বজাতিৰ, স্বদেশৰ উন্নতিৰ বাবে ইয়াতেই নানা উদ্যোগ আৰু আঁচনি গ্ৰহণ কৰিছিল। ত্ৰিশৰ দশকটোৰ পৰা কটন কলেজৰ ছাত্ৰই অসমৰ স্বাধীনতা আন্দোলনত বিশেষ ভূমিকা গ্ৰহণ কৰিছিল।

আকৌ "জোনাকী" আলোচনীয়ে কলিকতাত আধুনিক অসমীয়া সাহিত্যৰ পাতনি মেলাৰ পিছত সেই আলোচনীৰ দ্বিতীয় পৰ্যায় ১৯০৩ চনত সত্যনাথ বৰাৰ সম্পাদনাত গুৱাহাটীৰ পৰা প্ৰকাশ পাইছিল। "জোনাকী"ৰ প্ৰকাশকৰ দায়িত্ব কলিকতাত বহন কৰিছিল জ্যোতিপ্ৰসাদৰ বৰদেউতাক চন্দ্ৰকুমাৰ আগৰৱালাই, যি নিজেই জোনাকীৰ ত্ৰিৰত্নৰ অন্যতম আছিল। আকৌ এই চন্দ্ৰকুমাৰেই ১৯১৮ চনৰ পৰা সাদিনীয়া "অসমীয়া" (পিছলৈ তিনিদিনীয়া) প্ৰকাশ কৰি জাতীয় জাগৰণত উল্লেখনীয় ভূমিকা লৈছিল।

কলিকতাত পঢ়ি থকা আৰু অসমৰ কলেজীয়া শিক্ষা গ্ৰহণ কৰি থকা অসমীয়া ছাত্ৰসকলেই ১৯১৬ চনত অসম ছাত্ৰ সন্মিলনী গঠন কৰে। সেই সন্মিলনীৰ অধিবেশনত অসমীয়া ভাষা সাহিত্যৰ উন্নতিৰ হকে সংগঠিত প্ৰচেষ্টাৰ বাবে "অসম সাহিত্য সভা" গঠনৰ প্ৰস্তাৱ লোৱা হৈছিল দেশপ্ৰাণ চন্দ্ৰনাথ শৰ্মাৰ উদ্যোগত। ১৯১৭ চনত অসম সাহিত্যসভাৰ প্ৰথম অধিবেশন বহে। অমিয় কুমাৰ দাসে তেখেতৰ জীৱন স্মৃতিত লিখিছে কেনেকৈ ছাত্ৰ সন্মিলনীৰ প্ৰদৰ্শনীত ছবি আঁকি আঁকি ব্ৰিটিছ লুণ্ঠনে ভাৰতক দৰিদ্ৰ কৰাৰ কথা বুজাই দিয়া হৈছিল।

ঘাইকৈ যুৱছাত্ৰৰ উৎসাহ আৰু আগ্ৰহতে অসমত অসহযোগে ব্যাপক ৰূপ ধাৰণ কৰিছিল আৰু তৰুণ ৰাম ফুকন আৰু নবীন চন্দ্ৰ বৰদলৈক সৰ্বভাৰতীয় নেতাৰূপে প্ৰতিষ্ঠা কৰিছিল। ১৯২১ চনত গাঁৱে-ভূঁঞে বিয়পি পৰা অসহযোগ আন্দোলনত অসমৰ বহু সহস্ৰ লোকে কাৰাবৰণ কৰিছিল। শিক্ষিত চামে স্কুল কলেজ, চৰকাৰী চাকৰি, ওকালতি বৰ্জন কৰিছিল দলে দলে। গান্ধীজীয়ে Young India কাকতত তৰুণ ফুকনক "Brave Leader of the Brave Assamese" আখ্যা দিছিল। অসমৰ প্ৰাদেশিক চৰকাৰে ভয় খাই গাঁওবোৰৰ ওপৰত শাস্তিমূলক কৰ আৰোপ কৰিছিল। আনকি ইংৰাজ চাহখেতিয়কে বাগানৰ কাষৰ কংগ্ৰেছ কাৰ্যালয়ত সোমাই কংগ্ৰেছ কৰ্মীক প্ৰহাৰ কৰিছিল। ১৯২৬ চনত অসমৰ যুৱক নেতৃত্বয়েই ভাৰতৰ জাতীয় কংগ্ৰেছক নিমন্ত্ৰণ কৰি আনি পাণ্ডুত অধিবেশন পাতিছিল। অসমৰ গাঁও-ভূঁইৰ শিপিনীয়ে সূতা কাটি, তাঁত বৈ, বিৰাট সভামণ্ডপৰ কাপোৰ বৈ উলিয়াইছিল। আন্দোলনত যোগ নিদিবলৈ ব্ৰিটিছ শিক্ষাধিকাৰ কানিংহামে জাৰি কৰা নিষেধাজ্ঞাৰ বিৰুদ্ধে অসমৰ স্কুল কলেজৰ ছাত্ৰ গৰজি উঠিছিল। চাৰিওপিনে জাতীয় বিদ্যালয় আৰু বেচৰকাৰী বিদ্যালয় খোলাৰ আন্দোলন হৈছিল।

১৯৩০ চনত ১৯২১ চনৰ দৰে ৰাইজৰ স্বতঃস্ফূৰ্ত সহযোগ নোপোৱাত কংগ্ৰেছৰ ডেকা নেতৃত্বই ৰায়তসভা আৰু ৰাষ্ট্ৰীয় সন্মিলন পাতি গাঁও ভূঁইৰ ৰাইজক আকৰ্ষণ কৰিছিল। বিশ্বনাথত নদুৱাৰ ৰায়ত সন্মিলন, গমিৰিত ছয়দুৱাৰ ৰায়ত সন্মিলন, বিহগুৰিত চাৰিদুৱাৰ ৰায়ত সন্মিলন বহিছিল। মহিলাৰ ব্যাপক অংশ গ্ৰহণ আছিল অসমৰ স্বাধীনতা আন্দোলনৰ এক উল্লেখযোগ্য বৈশিষ্ট্য।

বিয়াল্লিছৰ গণ আন্দোলনত বিপুলসংখ্যক লোকে কাৰাবৰণ কৰাৰ উপৰিও গাঁও অঞ্চলৰ কুশল কোঁৱৰ, কনকলতা, ভোগেশ্বৰী ফুকননী, কমলা মিৰি, ঠগীৰাম সুত, মদন আৰু ৰাউতা, নিধানু ৰাজবংশীৰ আত্মত্যাগে অসমৰ জনতাৰ মাজত দেশপ্ৰেমৰ জোঁৱাৰ আনিছিল।

স্বাধীনতাৰ পূৰ্বে অসমত আৰু দুটা অভূতপূৰ্ব আন্দোলন হৈছিল। ব্ৰিটিছ ঔপনিবেশিক বিভাজনৰ ৰাজনীতিয়ে ভাৰতৰ অধিকাংশ হিন্দু মুছলমানক দুটা শিবিৰত বিভক্ত কৰি দুখন দেশ গঠন কৰাৰ পিনে ঠেলি দিছিল। সেই চৰম সিদ্ধান্ত ৰোধ কৰাৰ নামত ব্ৰিটিছ মন্ত্ৰীসভাৰ সঁজাতী দল এটাই (Cabinet Mission) ভাৰতৰ প্ৰদেশবোৰ বিভিন্ন সমষ্টি বা থূলত গোট খুৱাই সেই থূলবোৰৰ সন্মিলনেৰে এক সংঘীয় (Federal) ৰাষ্ট্ৰ গঠন কৰাৰ আঁচনিখন লৈ আনিছিল। এই আঁচনিখনে অসমৰ স্বতন্ত্ৰ অস্তিত্ব লোপ কৰাৰ উপৰিও অসমক পাকিস্থানৰ কবলত পেলাব বুলি অসমৰ ৰাইজে আশংকা কৰিছিল। কিন্তু দেশৰ অখণ্ডতা ৰক্ষাৰ শেষ প্ৰচেষ্টা ৰূপে আঁচনি জাতীয় কংগ্ৰেছৰ নেতাসকলে গ্ৰহণ কৰিবলৈ ওলাইছিল। তাৰ প্ৰতিবাদত অসম জুৰি গ্ৰুপিং বিৰোধী আন্দোলনৰ ধল নামিছিল।

এই আন্দোলনৰ লগালগিকৈ অসমত এক সুকীয়া বিশ্ববিদ্যালয় স্থাপনৰ বাবে আন্দোলন হৈছিল। স্বাধীনতা সংগ্ৰামৰ নেতা সকল এইটো আন্দোলনতো জড়িত আছিল।

এনেকৈয়ে কুৰি শতিকাৰ প্ৰথমাৰ্দ্ধত নানা গঠনমূলক আৰু প্ৰতিবাদী তথা সংগ্ৰামী আন্দোলনৰ জৰিয়তে অসমীয়া জাতীয় চেতনাই প্ৰকাশ আৰু বিকাশ লাভ কৰিছিল।[৮] আৰু তাৰ সকলো দিশ আৰু পৰ্যায়ত জ্যোতিপ্ৰসাদ লিপ্ত হৈ পৰিছিল। অসমীয়াৰ মৌলিক প্ৰতিভা আৰু স্বতন্ত্ৰ সত্তা সাব্যস্ত কৰিবলৈ আৰু ঔপনিবেশিক অবদমনৰ পৰা তাক মুক্ত কৰিবলৈ তেওঁ জীৱনপাত কৰিছিল বুলিলেও অতিৰঞ্জন নহ'ব।

এই কথা পাহৰিলে নচলিব যে জ্যোতিপ্ৰসাদৰ জীৱন পৰম্পৰৰ লগত সংযোগ নথকা কেতবোৰ ক্ৰিয়া কলাপৰ আকস্মিক সমাহাৰ নহয়—দিনত অফিচ কৰি বিয়লি তাছ-পাশা খেলা বা সংগীত চৰ্চা কৰাৰ দৰে। এক ব্যক্তিত্ব আৰু আদৰ্শই যোগসূত্ৰৰ দৰে তেওঁৰ জীৱন আৰু কৰ্মৰ বিভিন্ন দিশ গ্ৰথিত কৰিছিল। সেয়ে আমাৰ চকুত পৰে তেওঁ অতুলনীয় আদৰ্শনিষ্ঠা বা Integrity, তেওঁৰ চিন্তা আৰু কৰ্মৰ অপূৰ্ব সংগতি।

স্কুলীয়া ছাত্ৰ হৈ থাকোতেই কান্ধত খদ্দৰৰ বোজা লৈ অসহযোগৰ স্বেচ্ছা সেৱকৰ ৰূপত গাঁৱলৈ গৈছিল তেওঁ। সৰলপ্ৰাণ চহা অসমীয়াৰ লগত তেনেকৈয়ে প্ৰথমতে স্থাপিত হৈছিল তেওঁৰ যোগাযোগ। '১৯৩০ চনৰ আইন অমান্য আন্দোলনৰ পৰা অমিয় কুমাৰ দাস, হেম বৰুৱা, বিষ্ণুৰাম মেধি আদি ডেকা নেতা সকলৰ দৰে ভেৰোঁ জাতীয় আন্দোলনৰ নেতৃত্বলৈ আহে। এনে সময়তে অসমীয়া শিল্প সাহিত্য সংস্কৃতিলৈ তেওঁ তেওঁৰ অমূল্য অৱদান আগবঢ়ায়।

তিনিজিনীয়া অসমীয়া কাকতৰ পৰা তলত দিয়া বাতৰিবোৰ উদ্ধাৰ কৰা হ'ল ঃ

(১) ১৯৩৪ চনৰ ৪ চেপ্তেম্বৰত চতিয়াত বহা তেজপুৰ জিলা কংগ্ৰেছ কমিটিৰ অধিবেশনত অসম প্ৰাদেশিক কংগ্ৰেছ কমিটিলৈ ১৫ জন সদস্য নিৰ্বাচন কৰা হয়। তাৰে এজন জ্যোতিপ্ৰসাদ আগৰৱালা।

(২) ১৯৩১ চনৰ ১০ মে'ৰ দিনা কংগ্ৰেছৰ কৰ্মীদল গঠন কৰিবলৈ জ্যোতিপ্ৰসাদ আগৰৱালা আৰু লক্ষ্মীধৰ শৰ্মাক দায়িত্ব দিয়া হয়। অসম সেৱকদল আখ্যা দিয়া কৰ্মীদলৰ অধিনায়ক ৰূপে জ্যোতিপ্ৰসাদ নিৰ্বাচন কৰা হয়।

(৩)১৯৩১ চনৰ ১৫ মে' তাৰিখে জ্যোতিপ্ৰসাদ আগৰৱালাৰ সভাপতিত্বত বিহুগুটি আৰু বাঁহবাৰী ৰায়তসভাৰ প্ৰথম অধিবেশন অনুষ্ঠিত হয়। "সভাপতি আগৰৱালা ডাঙৰীয়াই ৰাইজক" বিশেষকৈ উপস্থিত আইসকলক, বৰ্তমান অৱস্থাত আমাৰ কৰ্তব্য কি, তাক বুজাই দিয়ে।"

(৪) ১৯৩১ ৰে ৩ জুনত তেওঁৰে সভাপতিত্বত গাভৰু পাৰত "বৰগাঁও মৌজাৰ ৰায়তৰ এখনি বিৰাট সভা হয়।"

(৫) ৫ জুলাইৰ দিনা প্ৰাদেশিক ৰাষ্ট্ৰীয় সন্মিলনত যোগ দিয়ে।

(৬) ৪ ডিচেম্বৰৰ দিনা অসম সেৱাদলৰ শিবিৰত ব্ৰাহ্মণ অব্ৰাহ্মণে মিলি ৰন্ধা-বঢ়া, খোৱা-বোৱা কৰাত দেখা দিয়া মনোমালিন্য দূৰ কৰাত সহায় কৰে।

(৭) ১৯৩২ চনৰ ১৮ মাৰ্চত জ্যোতিপ্ৰসাদ জৰুৰী ক্ষমতা অৰ্ডিনেন্স অনুসৰি গ্ৰেপ্তাৰ হয়। ২৫ মাৰ্চত তেখেতৰ ওপৰত ১৫ মাহৰ সশ্ৰম কাৰাদণ্ড বিধান কৰা হয়। ১ এপ্ৰিলত তেখেতক নিকামুল সত্ৰৰ সত্ৰাধিকাৰৰে সৈতে শিলচৰ জেললৈ বদলি কৰা হয়।

(৮) ১৯৩২ চনৰ ডিচেম্বৰত জ্যোতিপ্ৰসাদৰ স্বাস্থ্যৰ অৱনতিৰ বাতৰি পাই অসমৰ কেউপিনে তেওঁক মুক্তি দিবলৈ সভাসমিতি পাতি প্ৰস্তাৱ গ্ৰহণ কৰা হৈছিল। ১৬ ডিচেম্বৰত তীৰ্থনাথ শৰ্মা, দিগম্বৰ কলিতা, অম্বিকা শৰ্মা, সতীশ ককাতীয়ে চিঠি লিখি চৰকাৰক অবিলম্বে তেখেতক মুক্তি দিবলৈ দাবী জনায়। নলবাৰী আৰু চতিয়াত দুখন সভাই তেনে প্ৰস্তাৱ গ্ৰহণ কৰে। অসমীয়া কাকততো "কথাপ্ৰসংগত" শিতানত সেই দাবী উত্থাপন কৰা হয়।

(৯) ৬/৮/৩৬ তাৰিখে জ্যোতিপ্ৰসাদৰ ঘৰতে বহা তেজপুৰ জিলা কংগ্ৰেছ কমিটিৰ এখন সভাত তেখেত পুনৰ সমিতিলৈ নিৰ্বাচিত হয়।

(১০) ১৯৩৮ চনৰ ১১ জুনৰ তেজপুৰ লকেল বৰ্ডৰ সভাত মহাদেৱ শৰ্মাৰ নাম অধ্যক্ষ পদৰ বাবে জ্যোতিপ্ৰসাদে প্ৰস্তাৱ কৰে। মহাদেৱ শৰ্মা অধ্যক্ষ পদত অধিষ্ঠিত হয়।

(১১) ১৯৩৮ চনৰ ৪ জানুৱাৰী তাৰিখে জ্যোতিপ্ৰসাদ তেজপুৰ জিলা কংগ্ৰেছৰ পাৰ্লামেণ্টাৰি কমিটিৰ সদস্য নিৰ্বাচিত হয়।

(১২) ১৯৩৮ চনৰ ৫ এপ্ৰিলত জ্যোতিপ্ৰসাদো লকেল বৰ্ডৰ সদস্য নিৰ্বাচিত হোৱা খবৰ প্ৰকাশিত হয়।

এইবোৰ হ'ল ৰাজনৈতিক কামকাজৰ বাতৰি। কিন্তু তাৰ উপৰিও সাহিত্য সংস্কৃতি ক্ষেত্ৰতো তেখেতৰ সক্ৰিয় ভূমিকা সম্পৰ্কে সমসাময়িক কাকত পত্ৰ মুখৰ। যেনেঃ

(১) ১৯৩৫ চনৰ ১২ নবেম্বৰ তাৰিখৰ খবৰ যে তেজপুৰত অসম সাহিত্য সভাৰ ১৬ শ বাৰ্ষিক অধিবেশনৰ Entertainment শাখাৰ যুটিয়া সম্পাদক জ্যোতিপ্ৰসাদ আৰু বিষ্ণু ৰাভা।

(২) ১৯৩০ চনৰ ১৪ ডিচেম্বৰৰ দিনা ডিব্ৰুগড়ৰ আসাম ক্লাবত জ্যোতিপ্ৰসাদ আগৰৱালাই সঙ্গীত সমন্ধে এটি শুৱলা বক্তৃতা দিয়ে। ...... অৰ্গেনৰ সহায়েৰে শ্ৰীযুত আগৰৱালাই সংগীতৰ উৎপত্তি, প্ৰাচ্য-প্ৰতীচ্য সঙ্গীতৰ মিল অমিল, অসমীয়া সঙ্গীতৰ উদ্ভৱ আৰু ক্ৰমবিকাশ সম্বন্ধে.... বঢ়িয়াকৈ বুজাই দি কেইটিমান নিজৰ ৰচিত অসমীয়া গীত নিজৰ সুৰ দি শুৱলাকৈ গাই উপস্থিত ভদ্ৰমণ্ডলীক মুগ্ধ কৰে।

(৩) ১৯৩২ চনৰ ২৮/১২/৩২ তাৰিখে শিৱসাগৰত অসম সাহিত্য সন্মিলনীৰ অধিবেশন জ্যোতিপ্ৰসাদৰ "সাজু হ'বৰে হ'ল ডেকাল'ৰা" গীতেৰে আৰম্ভ কৰা হয়। আধুনিক অসমীয়া বাছকবনীয়া গীতবোৰ সংগ্ৰহ কৰি স্বৰলিপিৰে প্ৰকাশ কৰিবলৈ জ্যোতিপ্ৰসাদ, পাৰ্বতিপ্ৰসাদ আৰু অম্বিকাগিৰি প্ৰমুখ্যে সদস্যৰে এটা কমিটি গঠন কৰি দিয়া হয়। ১৯৩৫ চনত জ্যোতিপ্ৰসাদৰ জয়মতীয়ে যি চাঞ্চল্য সৃষ্টি কৰিছিল পাদটীকাৰ যথাস্থানত তাৰ প্ৰমাণ দাঙি ধৰা হৈছে।

অমিয় কুমাৰ দাসে "১৯৩০-৩২ চনৰ স্বাধীনতা আন্দোলনৰ স্মৃতি" প্ৰবন্ধত লিখিছে ঃ

"জ্যোতিপ্ৰসাদৰ গীতে ডেকাসকলৰ মনত এনে এটা প্ৰেৰণা আনিছিল যে ডেৰশমান ডেকাৰ এটা সমদল বিশ্বনাথত বহা নদুৱাৰ ৰায়ত সন্মিলনলৈ খোজ কাঢ়ি গৈছিল। এই সময়তেই জ্যোতিপ্ৰসাদে তেওঁৰ কেইবাটাও বিখ্যাত গীত সমদলত গৈ থাকোঁতে ৰচনা কৰিছিল আৰু সুৰ দিছিল।" ("ভাৰতৰ মুক্তি যুঁজত অসম" অসম মুক্তি যুঁজাৰু সন্মিলন ১৯৭২)

১৯৪২ চনৰ ভাৰত ত্যাগ আন্দোলনত অগ্নিবৰ্ষী বক্তৃতাৰে জনগণক উত্তেজিত কৰি চৰম ত্যাগৰ বাবে উদ্বুদ্ধ কৰিছিল জ্যোতিপ্ৰসাদে। তেওঁ নেপথ্যৰ পৰাও আন্দোলন পৰিচালনা কৰিছিল আৰু সশস্ত্ৰ পুলিচৰ বাধা নামানি জনতাৰ মাজত সোমাই তেওঁলোকক উৎসাহ দিছিল। চৰকাৰে তেওঁক "পলাতক আচামী" ঘোষণা কৰিছিল আৰু তেওঁ কলিকতাত আশ্ৰয় লৈ গোপনে অসমৰ গণ সংগ্ৰামৰ আঁচনি কৰাত অংশ গ্ৰহণ কৰিছিল।

এই জ্যোতিপ্ৰসাদেই নিভাঁজ থলুৱা সুৰৰ অসমীয়া গীত ৰচনা কৰি অসমীয়া সংগীত জগতত জোৱাৰ আনিছিল, আজিলৈকে শ্ৰেষ্ঠ অসমীয়া নাট বুলি পৰিচিত নাটকেইখন ৰচনা কৰিছিল। প্ৰথম অসমীয়া কথাছবি নিৰ্মাণ কৰিছিল। স্বাধীনতাৰ ঠিক পিছমুহূৰ্তত স্বাধীন জাতীয় কংগ্ৰেছৰ পৰা জ্যোতিপ্ৰসাদে ভালেখিনি আশা কৰিছিল আৰু ঔপনিবেশিক গোলামিৰ পৰা মুক্ত ভাৰতত নতুন সভ্যতাৰ জ্যোতিৰ্ময় ৰূপ ফুটাই তুলিব বুলি ভাবিছিল। কিন্তু বছৰ নুঘুৰোঁতেই তেওঁৰ মোহভংগ হ'ল। তেওঁ দেখিবলৈ পালে দুৰ্নীতিৰ লগত কংগ্ৰেছৰ নেতা সকলে আপোচ কৰিছে আৰু জনসাধাৰণৰ পৰা নিজকে আঁতৰাই নিছে। ব্ৰিটিছ শাসক শ্ৰেণীৰ ঐতিহ্য ৰক্ষা কৰি জনবিচ্ছিন্ন হৈ পৰা স্বাধীন ভাৰতৰ নতুন শাসক কুলে শ্ৰমজীৱী জনগণৰ দাবী উত্থাপন কৰা বামপন্থী ৰাজনৈতিক কৰ্মীসকলৰ ওপৰত দমন নিৰ্যাতন চলাবলৈ লোৱাত তেওঁ বিচলিত হৈ উঠিছিল। "নালিয়াপুলৰ বিপদ সংকেত", "শিল্পীৰ পৃথিৱী" এই পৰ্বান্তৰৰ দলিল।

তেওঁৰ মনত আৰম্ভ হ'ল তীব্ৰ অন্তৰ্দ্বন্দ্ব। অতদিনে কলিজাত সাবটি লৈ ফুৰা অহিংসা আৰু নৈতিক সংগ্ৰামৰ মহত্ত্ব যেন কাৰ্যক্ষেত্ৰত তাৰ অপ্ৰত্যাশিত কদৰ্য পৰিণতিয়ে কৰ্পূৰৰ দৰে উৰাই দিলে। এই নতুন ৰূঢ় বাস্তৱক কংগ্ৰেছৰ নীতিৰ প্ৰতি বিশ্বাসঘাতকতাৰ জাৰজ সন্তান বুলি বুজিবলৈ চেষ্টা কৰিলে তেওঁ। কিন্তু ইতিমধ্যে ঘনিষ্ঠ সম্পৰ্কলৈ অহা সাম্যবাদী দলৰ কৰ্মীসকলে এই ঘটনাক্ৰমক এক নতুন বস্তুবাদী ঐতিহাসিক দৃষ্টিভংগীৰে বুজিবলৈ তেওঁক প্ৰস্তুত কৰিলে। সাম্যবাদী কৰ্মী নগেন কাকতি আছিল জ্যোতিপ্ৰসাদৰ মোমায়েকৰ পুতেক।

জ্যোতিপ্ৰসাদৰ ভাষণবোৰত মাৰ্ক্স, লেনিন, ৰুছ বিপ্লৱ আদিৰ প্ৰত্যক্ষ বা পৰোক্ষ উল্লেখ সঘনাই শুনা যাবলৈ ধৰিলে। সেইদৰে সমসাময়িক ঘটনাৱলীৰ প্ৰতি তেওঁৰ বিৰাগ আৰু অধৈৰ্য অসন্তুষ্টিও গোপন হৈ নাথাকিল। এইবোৰ ঘটনা আকস্মিক নাছিল। নিঃসন্দেহে এই নতুন চিন্তা ধাৰাই তেওঁক প্ৰবলভাৱে আকৰ্ষণ কৰিছিল। অতীতৰ প্ৰিয় চিন্তাধাৰা বা মূল্যবোধৰ আশ্ৰয় এৰিবলৈ অনিচ্ছা সত্ত্বেও এই নতুন চিন্তাধাৰাৰ যুক্তি-যুক্ততা বা মানবীয় মহত্ত্ব তেওঁ অস্বীকাৰ কৰিব পৰা নাছিল।

তাতকৈও ডাঙৰ কথা এয়ে যে সক্রিয় ৰাজনীতিৰ এনে কলুষ কালিমাত বীতশ্রদ্ধ হৈ তেওঁ শিল্পীৰ নির্মল কল্পনাৰ প্রতি অধিক আস্থাবান হৈ পৰিছিল। তেওঁ কেতিয়াবা ভাবিছিল যে স্বার্থমত্ত ৰাজনীতিবিদতকৈ স্বার্থহীন শিল্পকলাইহে জনগণৰ পথ নির্দেশ কৰিব পাৰে। কিন্তু সাম্যবাদী সকলে তেওঁৰ এই চিন্তাক প্রত্যাহ্বান জনাই প্রশ্ন তুলিলে ঃ শিল্পী একান্তভাৱে নিঃস্বার্থ আৰু নিৰপেক্ষনে? সমাজৰ কঠোৰ শ্রেণীদ্বন্দ্বত শিল্পী কাৰ পক্ষত? জ্যোতিপ্রসাদে অৱশেষত সিদ্ধান্ত কৰিছিল যে শিল্পী নিপীড়িত, মুক্তি কামী, সংগ্রামী জনতাৰ পক্ষত। কিন্তু শিল্পীৰ কার্য পন্থা ৰাজনীতিবিদতকৈ বেলেগ। শিল্পকলাৰ উদ্দেশ্য কেৱল অৱসৰ বিনোদন নহয়, বা আনকি কেৱল মানুহৰ সুকুমাৰ বৃত্তিসমূহৰ পুষ্টিসাধন নহয়। তাৰ অন্তিম লক্ষ্য জনতাৰ চৈতন্যৰ জাগৰণ আৰু জনতাৰ আত্মপ্রতিষ্ঠা। এইখিনিতে জ্যোতিপ্রসাদৰ বংশ পৰিচয় সম্পর্কেও দুআষাৰ কোৱা উচিত হ'ব।

জ্যোতিপ্রসাদ নিজেও নিজৰ বংশ পৰিচয় লৈ গৌৰৱান্বিত আছিল। চন্দ্রকুমাৰ আগৰৱালাৰ জীৱনীত, হৰিবিলাস আগৰৱালাৰ বিষয়ে টোকাত আৰু জ্যোতি-ৰামায়ণত কবিৰ আত্ম পৰিচয়ত তেওঁ সেই গৌৰৱ অকুণ্ঠচিত্তে প্রকাশ কৰিছে। হয়তো কেতিয়াবা তাহানিৰ ৰক্ষণশীল সমাজত দুই এক হিংসুক লোকৰ পৰা "কেএৱাৰ পৰিয়াল" বুলি অনুচ্চ কটাক্ষও সহিব লগীয়া হৈছিল। কিন্তু জ্যোতিপ্রসাদে নিজে নক'লেও অসমৰ ৰাইজে জানিছিল তেওঁ জাকত জিলিকা বংশৰ সন্তান। এই পৰিয়ালৰ অসমীয়া সমাজৰ প্রতি অৱদান সঁচাকৈয়ে পাহৰিব নোৱৰা বিধৰ।

হৰিবিলাস আগৰৱালাই অসমীয়া ভাষা আৰু সংস্কৃতিৰ "মৰকত মূলীযা সম্পদ" কীর্ত্তন আৰু দশম ছপাই শংকৰদেৱৰ সাধাৰণ ৰাইজৰ ওচৰলৈ ধর্মক লৈ যোৱাৰ হাবিয়াস পুৰণ কৰিলে। অজানিতে সি হযতো এক জাতীয় ভাবৰ বিকাশ হোৱাতো সহায় কৰিলে। অসমীয়া সমাজত পৰিয়ালটো জীণ যাবলৈ তেওঁ নিজে উদ্যোগ ল'লে আৰু আন গুৰু থকা সত্ত্বেও আউনিআটি সত্ৰত শৰণ ল'লে। হৰিবিলাসৰ আত্মজীৱনীৰ পৰা জনা যায় যে তেওঁৰ মূল বংশ পৰিয়াল আৰু আন মাৰোৱাড়ী পৰিয়ালৰ লগত যথেষ্ট ঘনিষ্ঠতা আৰু লেন-দেন আছিল। তথাপি তেওঁ ঔপনিবেশিক মনোভাৱ জয় কৰি সেইবোৰ পৰিয়ালৰ আপত্তি আৰু অৱজ্ঞা উপেক্ষা কৰি পৰিয়ালটোক অসমীয়া সমাজৰ লগত আৰু ঘনিষ্ঠ পাশত আৱদ্ধ কৰিলে বৈবাহিক সূত্রে। তেওঁৰ অসমীয়া মাতৃৰ আৰু অসমীয়া বন্ধু বান্ধৱৰ প্রভাৱৰ উপৰিও হৰিবিলাসে জন্মভূমি আৰু তাৰ সৰল প্রাণ ৰাইজক ভাল পাই পেলাইছিল।

তেওঁৰ পুত্র চন্দ্রকুমাৰ অসমীয়া সাহিত্যৰ এজন ওজা হোৱাৰ উপৰিও অসমীযা সাহিত্য আলোচনী আৰু সাংবাদিকতাক সবল ভিত্তিত প্রতিষ্ঠা কৰা বাটকটীয়া, বিষ্ণুপ্রসাদ আছিল শংকৰদেৱৰ বিষয়ে "জোনাকী"ত প্রথম প্রবন্ধ লিখা লেখক। জ্যোতিপ্রসাদৰ পিতৃ পৰমানন্দই তেজপুৰত আধুনিক অসমৰ সংগীতৰ চর্চাত বিশেষ অৱদান দিছিল। জ্যোতিপ্রসাদ নিজে আৰু কিছু পৰিমাণে তেওঁৰ ভ্রাতৃ কমলাপ্রসাদ অসমীয়া আধুনিক গীতৰ যুগ স্রষ্টা। জোতিপ্রসাদৰ আন অৱদানৰ কথা বহলাই লিখাৰ সকাম নাই।

"জ্যোতিৰামায়ণ"ত জ্যোতিপ্রসাদে নিজৰ বংশ অগ্রসেন নামৰ এজন ৰজাই প্রতিষ্ঠা কৰা বুলি ঘোষণা কৰিছে। হয়তো "অগ্রৱাল" (আগৰৱালা) আদি উপাধি এই অগ্রসেন ৰজাৰ পৰাই অহা। সেই বিষয়ে কোনো প্রামাণ্য দলিল নাই। কিন্তু পণ্ডিত আৰু সুসাহিত্যিক ৰাহুল সংকৃত্যাযনে তেওঁৰ "জয় যৌধেয়" নামৰ ঐতিহাসিক উপন্যাসত যৌধেয় নামৰ এটা জাতি উল্লেখ কৰিছে। এইটো জনজাতীয় প্রজাতন্ত্রৰ দ্বাৰা শাসিত স্বাধীনচিতীয়া বীৰ জাতি আছিল। সম্রাট চন্দ্রগুপ্ত মৌর্যই সাম্রাজ্যৰ স্বার্থত এই পৰাক্রান্ত জাতিক পৰাস্ত কৰি তেওঁলোকক সম্পূর্ণ নিৰস্ত্র কৰিলে আৰু বেঁহা-বেপাৰেৰে জীৱিকানির্বাহ কৰিবলৈ বাধ্য কৰিলে। অগ্রসেন হয়তো সেই জনগোষ্ঠীৰ এজন গোষ্ঠীপ্রধান (Tribal Chief) আছিল। অগ্রৱাল, অছৱাল আদি উপাধি সেই অতীতৰ অৱশেষ।

জ্যোতিপ্ৰসাদৰ জীৱনকালত তেওঁ অসমীয়া জাতীয় জীৱনলৈ দিয়া বিচিত্ৰ আৰু বিপুল অৱিহণাৰ বাবে ৰাইজৰ অকুণ্ঠ সন্মান আৰু সমাদৰ সময়ে-সময়ে নোপোৱাকৈ থকা নাছিল। কিন্তু বাটকটিয়াৰ ভাগ্যত থকা আশংকা, উদ্বেগ, আঘাত আৰু অপমানো তেওঁ এৰাব পৰা নাছিল। বিশেষকৈ জীৱনৰ অন্তিম কালছোৱাত মধ্যবিত্ত ভাবমণ্ডলৰ পৰা আঁতৰি নতুন পথৰ সন্ধান কৰাত তেওঁ একাংশ আত্মীয়স্বজনৰ পৰা প্ৰাক্তন সতীর্থ আৰু সহকৰ্মীলৈকে বহুতৰ সন্দেহ, অবিশ্বাস আৰু বিদ্বেষৰ পাত্ৰ হৈছিল। তেওঁৰ হৃদয় মথি থকা এইবোৰ ব্যথা, ক্ষোভ আৰু অভিমানৰ লগতে সমগ্ৰ মানৱ সমাজৰ এক অভিনৱ মহিমান্বিত উত্তৰণৰ সপোন স্পন্দিত হৈ আছে তেওঁৰ সেই সময়ৰ গীতবোৰত। কিছু পৰিমাণে ৰবীন্দ্ৰনাথৰ শেষ বয়সৰ উপলব্ধি, বেদনা আৰু আশাৰ লগত তাক বিচাৰ পাসি, কিন্তু ৰবীন্দ্ৰনাথৰ তুলনাত জ্যোতিপ্ৰসাদ সমাজৰ নৱনিৰ্মাণৰ চিন্তাত অধিক অনুৰক্ত হৈ পৰিছিল। নিঃসন্দেহে দ্বিতীয় বিশ্বযুদ্ধৰ ধ্বংসলীলাৰ পিছত দেশেদেশে জাতীয় মুক্তি আৰু সমাজ বিপ্লৱৰ উৎসাহ উদ্দীপনা বিয়পি পৰা দেখি জ্যোতিপ্ৰসাদো অনুপ্ৰাণিত হৈছিল। কিন্তু এক নতুন সমাজ আৰু সংস্কৃতি গঢ়াৰ বাসনা তথা আদৰ্শ তেওঁৰ প্ৰথম বয়সৰ ৰচনাতো স্পষ্টকৈ পৰিস্ফুট হোৱা দেখা যায়। তেওঁৰ সাহিত্যিক সত্তাৰ স্বৰূপটোক Prophetic বা দ্ৰষ্টাজনোচিত বুলিলে সেয়ে ভুল নহ'ব।

আনন্দৰাম ঢেকিয়াল ফুকনৰ দিনৰ পৰা প্ৰবাহিত অসমীয়া নৱযুগৰ আৰ্হিৰেই জ্যোতিপ্ৰসাদে পোনতে তন্দ্ৰাচ্ছন্ন অসমৰ কলাঘুমটি ভাঙি বিশ্বৰ প্ৰগতিশীল জাতিবোৰৰ মাজত তাক নিজগুণে স্থান লোৱাৰ যোগ্য কৰি তোলাৰ সপোন দেখিছিল। সেই সাধনাৰ ধাৰা আছিল গঠনমূলক কৰ্মোদ্যোগ। অসহযোগ আন্দোলনৰ সংস্পৰ্শলৈ আহি তেওঁ ঔপনিবেশিক শাসনকে ভাৰতবাসী তথা অসমীয়াৰ হীনতাৰ বাবে জগৰীয়া কৰিছিল। আকৌ মহাত্মা গান্ধীৰ প্ৰভাৱত আত্মশক্তিকে মুমূৰ্ষু ভাৰতৰ সঞ্জীৱনীমন্ত্ৰ বুলি ভাবিছিল। ত্ৰিশৰ দশকৰ পৰা বিবিধ সাংস্কৃতিক সৃষ্টিৰে জাতীয় জীৱনক পুনৰুজ্জীৱিত কৰাৰ আৰ্হি গ্ৰহণ কৰিছিল। এই সময়ৰে পৰা ভাৰতীয় মানসিকতা তথা আত্মাক ঔপনিবেশিক বিদেশী প্ৰভাৱে আত্মবিস্মৃত আৰু মুহ্যমান কৰি ৰখা বুলি তেওঁ গভীৰভাৱে অনুভৱ কৰিছিল। আৰু তাক দূৰ কৰিবলৈ সংস্কৃতিৰ ক্ষেত্ৰত পুননিৰ্মাণৰ প্ৰয়োজন বোধ কৰিছিল। জীৱনৰ শেষ দশকত পুনৰুজ্জীৱিত জাতীয় সত্তাই সমাজখনকো নতুন সাঁচত গঢ়িব বুলি আশা কৰাই নহয়, তাৰ বাবে অধীৰ আগ্ৰহেৰে আহ্বান দিছিল।

কিন্তু এই নৱজাগৰণ আৰু নৱনিৰ্মাণৰ চাবিকাঠি তেওঁৰ মতে মানুহৰ মনোজগৎ বা সংস্কৃতিত। শেষৰ ফালে সংস্কৃতিৰ লগত বাস্তৱ জীৱনৰ অংগাংগী সম্পৰ্ক উপলব্ধি কৰিলেও তেওঁ ৰাজনীতি-সমাজনীতিকো সংস্কৃতিৰ অন্তৰ্ভুক্ত কৰি লৈছিল, ভাববাদী (Idealist) ভাবধাৰাৰ মাজতে বস্তুৰ লগত নতুন লেনদেনৰ আদৰ্শৰ সমন্বয় ঘটাইছিল। এই পৰিৱৰ্তনক কোনো কোনোৱে উত্তৰণ বুলি ভাবিলেও দোষৰ কথা নহয়।

তেওঁৰ চিন্তাৰ মাজত থকা ঐক্যসূত্ৰ হ'ল তাৰ বৈপ্লৱিক প্ৰেৰণা— ৰূপান্তৰৰ প্ৰতি আপোচহীন আত্মোৎসৰ্গ। ঐতিহ্যৰ প্ৰতি, অতীতৰ সৎ আৰু ইতিবাচক উপাদানৰ প্ৰতি, সজাগ আৰু সশ্ৰদ্ধ হৈও তেওঁ ৰক্ষণশীলতাতকৈ ৰূপান্তৰতে সৎ আৰু সুস্থ জীৱনৰ লক্ষণ দেখা পাইছিল। সেইবাবেই বোধহয় দ্বন্দ্ব সংঘাতৰ প্ৰতি তেওঁ এক ইতিবাচক মনোভাব লৈছিল। সুন্দৰৰ জন্ম তেওঁ সংঘাতৰ মাজতে দেখিছিল, সংঘাতৰ পৰা দূৰৈত নহয়।

সেয়ে তেওঁৰ প্ৰতিভাৰ এনে এক নাটকীয় ৰূপ দেখা যায়, যি তেওঁৰ ৰোমান্টিক আত্মচেতনা আৰু ভাবোচ্ছাসক সততে সংযত কৰিছে। তেওঁৰ কবিতাবোৰত তেওঁ ব্যক্তিগত ভাব-অনুভূতিৰ বেগ প্ৰকাশ কৰাতকৈ আন কোনো কল্পিত ব্যক্তি বা সত্তাৰ প্ৰতিক্ৰিয়া প্ৰকাশ কৰাৰ কৌশলেৰে আত্মপ্ৰকাশৰ এক নতুন

পন্থা প্ৰবৰ্তন কৰিছিল। ("লাচিতৰ আহ্বান", "জয়মতীৰ আত্ম উক্তি", "অসমীয়া ডেকাৰ উক্তি", "এটা ডফলা খেতিয়ক" ইত্যাদি।) এই ভাবাবেগ নিৰবচ্ছিন্নভাৱে জড়িত হৈ আছিল দাৰ্শনিক বা দৰ্শনগন্ধী চিন্তা আৰু মননৰ সৈতে। যিসময়ত আঁৰবেৰ নোহোৱাকৈ ব্যক্তিগত প্ৰেমৰ উচ্ছ্বাস, বিৰহ-বেদনা আৰু স্বপ্নভংগৰ দুৰ্বাৰ নৈৰাশ্য প্ৰকাশ কৰি অসমৰ কবিয়ে এক দুৰ্লভ মুক্তিৰ আস্বাদ পাইছিল, সেইসময়ত জ্যোতিপ্ৰসাদে সুন্দৰ কোঁৱৰ আৰু মণিমুগ্ধৰ মাজেৰে প্ৰেমৰ এক বিস্তৃত নৈৰ্ব্যক্তিক স্বৰূপ আৱিষ্কাৰ কৰিছিল। এই বস্তুনিষ্ঠতা তথা নৈৰ্ব্যক্তিকতাৰ প্ৰয়াসৰ লগতে দ্বন্দ্বসংঘাতৰ অনিবাৰ্যতা বা প্ৰয়োজনীয়তা স্বীকাৰ কৰি বিৱৰণমূলক বা ভাবালু ৰচনাৰ পৰা ভালেখিনি আঁতৰি আহিছিল। তেওঁৰ শ্ৰেষ্ঠ ৰচনা সমূহ নাটক, আৰু তেওঁৰ গীত আৰু কবিতাৰ প্ৰাণস্পন্দন আহিছে দ্বন্দ্ব আৰু অন্তৰ্দৃষ্টিৰ গভীৰ উপলব্ধিৰ পৰা। এই দ্বন্দ্ব সংঘাতৰ বিয়োগান্ত পৰিণতি ঘটিলেও আমি তাৰ মাজত প্ৰত্যক্ষ কৰোঁ ৰূপান্তৰৰ সুন্দৰ সত্য।

"শোণিত কুঁৱৰী"—কৈশোৰৰ ৰচনা। কিন্তু আমি তাতো দেখো বস্তুৰ জড়তাৰ বিপৰীতে মহামহত্ত্বৰ অভিলাষী মানৱপ্ৰাণৰ অনন্ত-আকাংক্ষা। মহাবীৰ বাণে আজীৱন বিচাৰিছে উপযুক্ত বীৰ শত্ৰু, আৰু শেষত ভগৱানৰ মাজত পাইছে সেই চিৰ শত্ৰুক যাক চিৰসখা বুলি তেওঁৰ অন্তৰে স্বীকাৰ কৰিছে। চিত্ৰলেখা অনন্ত সৌন্দৰ্যৰ পুজাৰিণী—সৌন্দৰ্যৰ সকলো মূৰ্তিমান ৰূপত তেওঁ পায় ক্ষণিক তৃপ্তি, ক্ষণিক তুষ্টি। পিছ মুহূৰ্ততে তেওঁৰ প্ৰাণ সৌন্দৰ্যৰ নতুন ৰূপৰ ধিয়ানত মগন হয়। শেষ বয়সৰ নিমাতী কইনাত তেনেকৈ নিমাতীৰ কণ্ঠত মাত ফুটাবলৈ আহা সকলো বিদ্যা, সকলো বিদগ্ধতা, সকলো নৈপুণ্য, সকলো শক্তি বিফল হৈছে, সফল হৈছে নিছলা বৈৰাগী শিল্পী।

এই সৌন্দৰ্যৰ লগত সত্যৰ সম্পৰ্ক কি সেই কথা স্পষ্টকৈ আলোচনা নকৰিলেও জ্যোতিপ্ৰসাদ সেই বিষয়ে অচেতন নাছিল। তেওঁৰ আৰাধ্য সৌন্দৰ্যৰ মোহনীয় ৰূপৰ পৰা এনে সিদ্ধান্ত কৰিব নোৱাৰি যে কেৱল ইন্দ্ৰিয় তৃপ্তি সাধন কৰা অথবা অভ্যস্ত ৰসবোধ চৰিতাৰ্থ কৰাই তাৰ সাৰ্থক উদ্দেশ্য। নিৰৱচ্ছিন্ন ৰূপান্তৰ তাৰ ধৰ্ম। সেয়ে তাৰ এটা ভয়াল ৰূপো আছে। কৃষ্ণই কেতিয়াবা কালীৰ ৰূপো ধৰিব পাৰে—সাময়িকভাৱে। কাৰণ পুৰণি হৈ পৰা, প্ৰাণৰ প্ৰকৃত স্পন্দন হেৰুৱা সৌন্দৰ্যৰ খোলা ভাঙি-ছিঙি তাৰ নতুন প্ৰতিমা গঢ়িবলৈ যাওঁতে কেতিয়াবা সৌন্দৰ্য প্ৰেমীকো বিচলিত আৰু সন্ত্ৰস্ত কৰিবলগীয়া হ'ব পাৰে। আৰু ভাঙি-ছিঙি নতুনকৈ গঢ়াৰ এই তাড়নাই মানুহৰ মনুষ্যত্বৰ লক্ষণ। পৰিবৰ্তনৰ বা ৰূপান্তৰৰ এই আকাংক্ষা মানুহে লাভ কৰিছে বিশ্বস্ৰষ্টাৰ পৰা, যি বস্তুজগতত পৰিব্যাপ্ত, তাৰ মাজেৰে বিভিন্ন ৰূপত স্বপ্ৰকাশ, আৰু অনবচ্ছিন্ন পৰিবৰ্তন যাৰ অস্তিত্বৰ নিয়ম। মানুহ এই বিশ্বস্ৰষ্টাৰ অংশ ; আৰু তাৰ স্ৰষ্টাৰূপ বা শিল্পীৰূপ এই পৰিবৰ্তনশীল সজীৱ অনন্তৰ এক মহিমাময় ক্ষুদ্ৰ সংস্কৰণ। সেয়ে প্ৰকৃত সৌন্দৰ্যসাধনা সত্যৰ অনুশীলনৰ নামান্তৰ।

বাৰে বাৰে জ্যোতিপ্ৰসাদে "অপৰিচ্ছিন্ন" জীৱন আৰু সত্তাৰ কথা কৈছে। (দুখৰ বিষয় যে পূৰ্বৰ ৰচনাৱলীত শব্দটো "অপৰিচ্ছন্ন" অৰ্থাৎ অপৰিপাটি বা লেতেৰা ৰূপে ওলাইছে!) জীৱন অখণ্ড, আৰু তাক খণ্ড-খণ্ডকৈ চোৱাটো ব্যৱহাৰিক জীৱনত প্ৰয়োজনীয় বা সুবিধাজনক হ'লেও তাত অন্ধভাৱে আসক্ত হৈ পৰিলে বিপদ আছে। সেয়ে সত্য সুন্দৰ শিৱৰ মাজত বিভাজন বাঞ্ছনীয় নহয়। সেয়ে সুকুমাৰ সৌন্দৰ্য্যৰ সাধনাত শিল্পীয়ে অসত্যক প্ৰশ্ৰয় দিলে অথবা মানৱ-মংগললৈ পিঠি দিলে সেই সৌন্দৰ্যৰ বিকাৰ অৱশ্যম্ভাৱী। সেয়ে ছবি আঁকা, গান গোৱা, কবিতা লিখাই শিল্প নহয়। বুদ্ধ, যীশু খ্ৰীষ্ট, মহম্মদৰ ধৰ্মও মহৎ শিল্প। সমাজ-সংস্কাৰো এক কঠিন কিন্তু অমূল্য শিল্প।

“সেইহে মই মানুহ — মই শিল্পী। আপোনালোক মানুহ—আপোনালোক প্ৰত্যেকজনেই শিল্পী। পৃথিৱীখন শিল্পীৰ ঘৰ, শিল্পীৰ কাৰখানা, আৰু শিল্প-সাংস্কৃতিক সম্পদৰ প্ৰদৰ্শনী।”

(শিল্পীৰ পৃথিৱী)

এইখিনিতেই জাৰ্মান ভাববাদী দাৰ্শনিক পৰম্পৰাৰ পৰা কাৰ্ল মাৰ্ক্সে উত্তৰাধিকাৰৰূপে আহৰণ কৰা দৃষ্টিভংগীৰ লগত জ্যোতিপ্ৰসাদৰ দৃষ্টিভংগী মিলি গৈছে। কাৰণ মাৰ্ক্সেও এইটো বিচৰা নাই যে মানুহ সৰ্বদাই প্ৰকৃতিৰ আৰু জড়বৎ সমাজৰ অন্ধ নিয়মৰ দাস হৈ জীৱন কটাওক। সকলো মানুহেই প্ৰাকৃতিক, অৰ্থনৈতিক, সামাজিক, ৰাষ্ট্ৰীয়. সকলো বাধ্যবাধকতাৰ পৰা ক্ৰমাগতভাৱে অধিক মাত্ৰাত মুক্ত হৈ সকলো ধৰণৰ কৰ্মক্ষেত্ৰত স্বাধীন স্ৰষ্টা বা শিল্পীৰূপে আত্মপ্ৰকাশ কৰক—জ্যোতিপ্ৰসাদৰ দৰে মাৰ্ক্সৰো কামনা আছিল এনেকুৱাই।

এই অপৰিচ্ছিন্ন, অখণ্ড মানৱজীৱনৰ বোধৰ পৰাই তেওঁ এই সত্যত উপনীত হৈছে যে ভাব আৰু বস্তুৰ মাজত, সপোন আৰু দিঠকৰ মাজত, কল্পনা আৰু বাস্তৱৰ মাজত অলঙ্ঘনীয় সীমাৰেখা টানিব নোৱাৰি ঃ

“মানুহ হৈছে সপোন দিঠকলৈ পৰিণত কৰা শিল্পী।” ঃ (শিল্পীৰ পৃথিৱী)

সেইবাবেই অতীত বিলাসী বা অন্ধ ৰক্ষণশীল মহলে জ্যোতিপ্ৰসাদক লৈ টনা-আঁজোৰা কৰিলেও তেওঁক তেওঁলোকৰ সংকীৰ্ণ নিৰাপদ সজাত সুমুৱাই থ’ব নোৱাৰে। ঔপনিবেশিক প্ৰভুত্বই স্বাধীনতা হৰণ কৰা পৰাধীন ভাৰতীয় মনে কেনেকৈ দাসৰ দৰে প্ৰভুৰ সংস্কৃতি অনুকৰণ কৰিছিল আৰু তাৰ ফলত কেনেকৈ তাৰ মৌলিক সৃষ্টি শক্তি পংগু হৈছিল জ্যোতিপ্ৰসাদ সেই বিষয়ে অতি সচেতন আৰু ক্ষুব্ধ আছিল। উত্তৰ—ঔপনিবেশিক তাত্ত্বিক সকলৰ বহুত আগতেই অন্ততঃ এই বিকাৰৰ ৰোগনিৰ্ণয়ত তেওঁ বহুদূৰ আগবাঢ়ি গৈছিল। আৰু এই কাৰণেই ভাৰত তথা অসমৰ ঐতিহ্য আৰু পৰম্পৰাত পৰাধীনতাৰ পাশত বন্দী ভাৰতীয় তথা অসমীয়া মনৰ প্ৰকৃত পৰিচয় বিচাৰি তেওঁ আকুল হৈছিল। হয়তো মাজে মাজে কিছু সৰলীকৰণো কৰিছিল—যিটো তেতিয়াৰ প্ৰভাৱশালী জাতীয়তাবাদী চিন্তাবিদ সকলৰ প্ৰভাৱৰ বাবেও হ’ব পাৰে। কিন্তু এই কথা মানি ল’বলৈ টান যে জ্যোতিপ্ৰসাদে ঐতিহ্যৰ এটা ফৰ্মুলা বা সূত্ৰ গঢ়ি লৈ তাৰ মাজতে ভাৰত তথা অসমৰ ভৱিষ্যত বিকাশক আৱদ্ধ ৰাখিব খুজিছিল। তেতিয়া হ’লে তেওঁৰ মনঃপূত ৰূপান্তৰৰ বৈচিত্ৰ্য, অভিনবত্বই হেৰাই যাব।

এই কথা ঠিক যে তেওঁ এঠাইত কৈছে, বিদেশৰ উপাদান বা অৱদান দেশীয় সংস্কৃতিয়ে গ্ৰহণ কৰাৰ পূৰ্বে পৰীক্ষা কৰি চাব লাগিব দেশৰ পৰম্পৰাত তাৰ কিবা বীজ বা প্ৰতিৰূপ আছে নে নাই। সম্পূৰ্ণ অনাত্মীয় কোনো উপাদান গ্ৰহণ কৰা দেশীয় সংস্কৃতিৰ বাবে অসম্ভৱ তথা বিপজ্জনক। কিন্তু সেই নিৰ্বাচন বা পৰীক্ষা কোনে কৰিব? ৰূপান্তৰৰ শিল্পীয়ে—ন্যস্ত স্বাৰ্থৰ ৰখীয়া সমাজপতি, ৰাষ্ট্ৰনেতা বা নীতিবিদে নহয়। যিহেতু ঐতিহ্যৰ নামত সমাজপতি সকলে (তথা তেওঁলোকৰ আশ্ৰয় আৰু প্ৰশ্ৰয় পোৱা সৌন্দৰ্য সেৱীসকলে) ন্যস্ত স্বাৰ্থকে সংৰক্ষণ কৰা প্ৰায়েই দেখা যায়, সেয়ে এই কথাও ক’ব লাগিব যে যি ঐতিহ্য ৰূপান্তৰৰ অনুকূল নহয় তাকো সন্দেহৰ চকুৰে চোৱা ভাল।

মনত ৰাখিব লাগিব যে ঐতিহ্য কেতবোৰ অপৰিৱৰ্তনীয় জড় উপাদানৰ সমষ্টি নহয়। কেতিয়াবা পৰিৱৰ্তিত পৰিস্থিতিত নিৰ্জীৱ আৰু প্ৰেৰণাহীন হৈ পৰা ৰীতি-নীতি, মূল্যবোধ, শিল্পকলাৰ শৈলী, বা ধৰ্মীয় আচাৰ-আচৰণে জীৱনৰ বিকাশত সহায় কৰক ছাৰি তাৰ প্ৰগতিৰ পথত প্ৰতিবন্ধক হৈ পৰে। সেয়ে তেওঁ বাৰে-বাৰে “অৰ্থ হেৰুৱা প্ৰতীকৰ পূজা”ৰ বিৰুদ্ধে সতৰ্কবাণী শুনাইছে। আনকি যি কৃষ্ণ আৰু শংকৰদেৱক

তেওঁৰ সংস্কৃতিৰ আদৰ্শ প্ৰতিমূৰ্তি ৰূপে আবেগময় ভাষাত দাঙি ধৰিছে, প্ৰয়োজন হ'লে তেওঁলোকৰো বাহ্যিক ৰূপ, বা তেওঁলোকৰ অৱদানৰ বাহ্যিক ৰূপ, বিনাদ্বিধাই নেওচা দি কেৱল তেওঁলোকৰ বাণী বা নীতিৰ সাৰমৰ্মকে সাবটি ল'বলৈ স্পষ্ট ভাষাত সঁকিয়াই গৈছে।

সেয়ে জ্যোতিপ্ৰসাদৰ নিজৰ ৰচনাৱলীও তেনে এক দৃষ্টিৰে বিচাৰ কৰাই সমীচীন হ'ব। তেওঁৰ সৃষ্টি বা ৰচনাৰ যিবোৰ উপাদান বা অংশ বৰ্তমানৰ সজীৱ আৰু সৃষ্টিশীল প্ৰেৰণাৰ লগত খাপ নোখোৱা হৈছে, তাৰো বাহ্যিক ৰূপ বৰ্জন কৰি তাৰ ভিতৰত থকা অৰ্থপূৰ্ণ আৰু সম্ভাৱনাপূৰ্ণ শাহটোকহে আমি আদৰি লোৱা উচিত। উদাহৰণস্বৰূপে তেওঁ আৰ্য কৃষ্টি বা আৰ্য সংস্কৃতিৰ কথা বাৰে বাৰে উল্লেখ কৰিছে প্ৰাচীন "আসুৰী সভ্যতা" বা সমসাময়িক পশ্চিমীয়া সভ্যতাৰ সুস্থ বিকল্পৰূপে। এই আৰ্য কৃষ্টিৰ সাৰমৰ্ম যদি ধৰ্ম বা আধ্যাত্মিকতা বুলি ব্যাখ্যা কৰা হয়; তেনেহ'লে তাৰ অন্ততঃ কিছু ৰীতি-নীতি, আচাৰ-সংস্কাৰ আমি এটি সময়ত মানি ল'বলৈ বাধ্য হ'ব পাৰো। কিন্তু তাৰ অৰ্থ যদি সৃষ্টিশীল, ৰূপান্তৰকামী "অপৰিচ্ছিন্ন" মানৱসত্তা বুলি ধৰি লওঁ, তেতিয়া এপিনে তাৰ জৰিয়তে আহিব পৰা জাতিদম্ভ বা বৈষম্যবোধ লুপ্ত হ'ব, আৰু আনপিনে আমাৰ প্ৰগতি আৰু ৰূপান্তৰক পৰীক্ষা কৰি চাব পৰা মানদণ্ড এটাও আমাৰ হাতত ৰৈ গ'ল। আজিৰ জাতিগত সাম্যৰ দিনত যেতিয়া পূৰ্বৰ অৱনমিত জাতি বা জনগোষ্ঠীসকলৰ আত্মাভিমানে জাতিগত শ্ৰেষ্ঠতা-সূচক শব্দবোৰক সন্দেহ কৰা হৈছে, সাংস্কৃতিক বিচাৰ বা আলোচনাৰ সময়ত আমি 'আৰ্য' শব্দটো ব্যৱহাৰ নকৰিলেও ক্ষতি নাই, যদি জ্যোতিপ্ৰসাদৰ অভিপ্ৰেত অৰ্থ পাহৰি নাযাওঁ।

প্ৰসংগ ক্ৰমে উল্লেখ কৰিব পাৰি যে উনবিংশ শতাব্দীত জাতিগত অৰ্থত বহুলভাৱে ব্যৱহৃত হোৱা এই শব্দটোৱে পৰাধীন ভাৰতৰ মেধাবী, প্ৰতিভাশালী মানুহ চামক কিছু সান্ত্বনা দিছিল। তেওঁলোকে হয়তো ভিতৰি ঔপনিবেশিক শাসকসকলৰ প্ৰতিও এক আত্মীয়তা অনুভৱ কৰিছিল, যদিও বাহিৰত তেওঁলোকৰ অৱদমিত অধিকাৰ পুনৰুদ্ধাৰ কৰিবলৈ সেই শাসকসকলৰ লগত তুমুল সংগ্ৰামত লিপ্ত হৈছিল। কিন্তু এই মনোভাৱে ভাৰতৰে "অনাৰ্য" জনগণৰ লগত তেওঁলোক অজ্ঞাতে গঢ়ি তুলিছিল তেওঁলোকৰ বিৰাট ব্যৱধান। ইউৰোপত এই ক্ষতিকৰ তত্ত্বই ৰাজনীতিৰ ক্ষেত্ৰত এনে ৰূপ ল'লে যে এই তত্ত্বৰ আধাৰত জাৰ্মানিত নাৎছি দলে যাঠিলাখ ইহুদিক জীৱন্তে দগ্ধ কৰিলে। আৰু আনহাতে বৰ্তমান ইহুদি ৰাষ্ট্ৰৰূপে প্ৰতিষ্ঠিত ইজ্ৰায়েলৰ পেলেস্তাইনিসকলৰ প্ৰতি আচৰণে সাব্যস্ত কৰে যে সেই মৰ্মান্তিক ঘটনাৰ পৰা ইজ্ৰায়েলি সকলে শিক্ষা লোৱা নাই। সেই নৰমেধৰ (Holocaust) কাহিনীক এক "অৰ্থহেৰুৱা প্ৰতীক"'ত হে পৰিণত কৰিছে।

ভাষাবিদ মেক্সমূলাৰে অৱশেষত স্পষ্টীকৰণ দিলে যে "আৰ্য" এটা ভাষা-পৰিবাৰৰ নাম। বিভিন্ন নৃগোষ্ঠীৰ আৰু বিভিন্ন সংস্কৃতিৰ মানুহে সেই ভাষা ক'ব পাৰে। তাৰ ভিত্তিত কোনো উচ্চ-নীচ নিৰ্ণয় কৰা সেয়ে অযুগুত। আনহাতে নিজকে আৰ্য সংস্কৃতিৰ উত্তৰাধিকাৰী আৰু ৰখীয়া বুলি ভবা মানুহেও তাক "অৰ্থহীন প্ৰতীকৰ পূজা"'ত পৰিণত কৰাৰ আশংকা আছে।

জ্যোতিপ্ৰসাদৰ চিন্তাত শিল্পী "নিৰীহ"; বা শিল্পীৰ বৈষয়িক স্বাৰ্থ প্ৰবল নোহোৱাৰ অৰ্থ এয়ে নেকি যে তেওঁ ভণ্ডুৱাৰ দৰে কল্পনাবিলাসী? সেইটো মত যদিও কোনো কোনো সমসাময়িক কবিৰ কেতবোৰ অসতৰ্ক উক্তিয়ে দাঙি ধৰিছিল, জ্যোতিপ্ৰসাদৰ বিচাৰত কবি আৰু শিল্পী বৈষয়িক লাভ-লোকচান তথা শ্ৰেণীস্বাৰ্থৰ অনুসৰণত আসক্ত নহয়। তেওঁলোকে মনেৰে বাস কৰে কল্পনাৰ জগতত, যি জগতত বৰ্তমান কালৰ নিভৃত সত্য আৰু কালৰ গৰ্ভত লুকাই থকা ভৱিষ্যতৰ ৰূপ উজ্জ্বল হৈ ফুটি উঠে। আজিৰ ব্যৱসায়িক মনোবৃত্তিৰ

আৰু দুপইছাৰ বাবে বিবেক বিক্ৰী কৰিব পৰা শিল্পীলৈ চাই জ্যোতিপ্ৰসাদৰ উক্তিৰ যথাৰ্থতা বুজিব নোৱাৰি। ভাত-কাপোৰৰ বাবে যদিও শিল্পী কোনো শ্ৰেণীৰ অন্তৰ্ভুক্ত হৈ থাকে, তথাপি তেওঁৰ কল্পনাত সেই শ্ৰেণীগত স্বাৰ্থ হেলাৰঙে অতিক্ৰম কৰে। দ্বিতীয়তে শ্ৰেণীবিভক্ত সমাজৰ শাসকসকলৰ দৰে শিল্পীয়ে মানুহক ভাগ ভাগ কৰিব নোখোজে, বৰং মানুহ আৰু মানুহৰ মাজত গঢ়ে সহৃদয়তাৰ সেতু। কিন্তু এই অন্তিম লক্ষ্যত উপনীত হ'বলৈ অন্যায়- অত্যাচাৰৰ বিৰুদ্ধে নিৰ্ভয়ে-নিঃসংকোচে শিল্পীয়ে শোষিত নিপীড়িত জনতাৰ লগত থিয় হ'ব লাগিব। স্বাধীনতা সংগ্ৰামৰ কালছোৱাত তেনে অভিজ্ঞতা জ্যোতিপ্ৰসাদৰ হৈছিল। স্বাধীনতাৰ পিছত দেশৰ সমগ্ৰ জনসাধাৰণৰ আৰ্থিক মুক্তি আৰু বিকাশৰ লগতে তেওঁলোকৰ সাৰ্বিক মানসিক বিকাশৰ কল্পনা কৰিছিল তেওঁ। সেই সময়ৰ ভাষণত তেনে এক দেশব্যাপি গঠনমূলক কৰ্মসূচীৰ কথা ভাবি তেওঁ উদ্দীপ্ত হৈছিল, ভাবিছিল স্বাধীনতা সংগ্ৰামৰ বৰেণ্য নেতাসকলে সেই কৰ্মসূচীত নেতৃত্ব দিব। কাৰ্যক্ষেত্ৰত তেওঁ অবিশ্বাস মিশ্ৰিত বিস্ময়েৰে দেখিলে যে লাহে লাহে দেশনেতা সকলে স্বাধীনতা সংগ্ৰামৰ সহযাত্ৰী জনতাৰ পৰা আঁতৰি এক পৃথক চামত পৰিণত হৈছে, আৰু জনগণৰ ওপৰত শোষণ চলোৱা মহলৰ স্বাৰ্থপূৰণ কৰাত লাগিছে। তেওঁলোকৰ মুখত সেৱকৰ নম্ৰতাৰ ঠাইত ফুটি উঠিছে অভিভাৱকৰ দৰ্প। "সদৌ অসম শিল্পী সমাজ"ৰ সংবিধান ৰচনা কৰাৰ সময়ত তেওঁ কংগ্ৰেছৰ নেতা সকলৰ প্ৰতি আস্থা হেৰুৱা নাছিল। বৰং শিল্পী সকলক স্বাধীন ভাৰতৰ সমাজ ৰচনাৰ বিভিন্ন কৰ্মীদলৰ এটা দলৰূপে গঢ়ি তুলিবলৈ অনুপ্ৰাণিত হৈছিল। "নালিয়াপুলৰ বিপদ-সংকেত" ৰচনা কৰাৰ সময়ত কংগ্ৰেছ চৰকাৰক আত্মপৰীক্ষা আৰু আত্মসংশোধনৰ শেষ সুযোগ ল'বলৈ তেওঁ আহ্বান জনাইছিল। কিন্তু "ছচিয়েলিষ্ট-কমিউনিষ্ট্" সকলৰ লগত মুকলি আলোচনাৰ জৰিয়তে জনগণৰ মৌলিক সমস্যা সমূহ সমাধান কৰিবলৈ দেশৰ নেতা সকলে আগ্ৰহ নেদেখুৱালে। সাম্ৰাজ্যবাদ আৰু পুঁজিবাদৰ লগতহে আপোচ কৰিলে। দমন-নিপীড়ন চলি থাকিল। তেতিয়া জ্যোতিপ্ৰসাদে জনতাৰ কল্যাণৰ কথা চিন্তা কৰা বামপন্থী সকলৰ প্ৰতি অধিক আত্মীয়তা অনুভৱ কৰিলে। অনুভৱ কৰিলে, পথ বেলেগ হ'লেও গান্ধীৰ লক্ষ্যৰ লগত—জনগণক সকলো অভাৱৰ পৰা মুক্ত কৰি আত্মশক্তিত উদ্বুদ্ধ কৰা—বামপন্থীসকলৰ বহুত মিল।

কিন্তু গান্ধীজীৰ অন্ধ ভক্ত তেওঁ নাছিল। গান্ধীজীয়ে বিৰোধিতা কৰা বিজ্ঞান আছিল তেওঁৰ মতে জনতাৰ অন্যতম মুক্তিমন্ত্ৰ। প্ৰকৃতিৰ অন্ধ দাসত্বৰ পৰা মানুহক মুক্ত কৰাৰ উপায়। কিন্তু তেওঁ এইটোও উপলব্ধি কৰিছিল যে আজিৰ যুগত বিজ্ঞানো কলালক্ষ্মীৰ দৰে সাম্ৰাজ্যবাদৰ শিকলিত বান্ধ খাই আছে, মুক্ত মনে কাম কৰিব নোৱাৰে। জনতাক সবল কৰিবলৈ বিজ্ঞানকো মুক্ত কৰি জনতাৰ হাতত তুলি দিয়া প্ৰয়োজন।

হিংসা-অহিংসাৰ প্ৰশ্নতো সেয়ে তেওঁ গভীৰ অন্তৰ্দ্বন্দ্বত ভুগিছিল। তেওঁৰ শিল্পীৰ দৃষ্টিৰে প্ৰেম, সৌন্দৰ্যৰ অপূৰ্ব মহিমা অৱলোকন কৰি হিংসাৰ দৰে বৰ্বৰতা মানি ল'বলৈ তেওঁ টান পাইছিল। কিন্তু মোহভংগ হোৱা কংগ্ৰেছৰ ঠাইত তেওঁৰ কাষ চাপি অহা সাম্যবাদী সকল আছিল হিংসাত্মক পথত বিশ্বাসী। হিংসাই জন্ম দিব পৰা কদৰ্য পাশবিকতাই তেওঁৰ মনত সংশয় জন্মাইছিল যে উপায়ে হয়তো মুল লক্ষ্যকে ভ্ৰষ্ট কৰিব। আন হাতে ধ্বংসক সৃষ্টিৰ অন্যতম সোপান বুলি স্বীকাৰ কৰি তেওঁ মানৱসত্তাক তাৰ পৰা আঁতৰাই ৰাখে কেনেকৈ? ৰূপান্তৰৰ তীৰ্থযাত্ৰীয়ে ক্ষয়িষ্ণু সমাজব্যৱস্থা ধ্বংস কৰিবলৈ পিছভৰি হ'ব নোৱাৰে। সেয়ে তেওঁ

কৃষ্ণৰ লগতে সশস্ত্ৰ কৰাল কালীকো স্বীকৃতি দিছে। ৰবীন্দ্ৰনাথৰ কবিতাত সুন্দৰৰ উল্লেখ আছে, যি হুয়তো জ্যোতিপ্ৰসাদকো প্ৰভাৱিত কৰিছিল ঃ

সুন্দৰ তুমি এসেছিলে আজ প্ৰাতে
অৰুণ বৰণ পাৰিজাত লয়ে হাতে।
নিদ্ৰিত পুৰী, পথিক ছিল না পথে
একা চলি গেলে তোমাৰ সোনাৰ ৰথে।।

(গীতাঞ্জলি)

"বজ্ৰে তোমাৰ বাজে বাঁশী" বা "ৰুদ্ৰ তোমাৰ দাৰুণ দীপ্তি এসেছে দুয়াৰ ভেদিয়া" আদি গীত আৰু কবিতাত তেওঁ ধ্বংস আৰু প্ৰলয়ৰ প্ৰয়োজনক স্বাগতম্ জনালেও কিন্তু স্পষ্টকৈ কালীৰ প্ৰতি ক'তো সদ্ভাৱ প্ৰদৰ্শন কৰা নাই। কালী তেওঁৰ বাবে অসহনীয় পাশবিকতাৰ প্ৰতীক যি পাশবিকতাই মনুষ্যত্বৰ সাধনাক পথভ্ৰষ্ট কৰে। কিন্তু পাশবিক অধঃপতনৰ সম্ভাৱনা সম্পৰ্কে সজাগ হৈও বিবেকানন্দৰ দৰে জ্যোতিপ্ৰসাদে কালীৰ মহিমা স্বীকাৰ কৰিছে। যেতিয়া হিংসাৰ বাহিৰে বিকল্প নাথাকে, তেতিয়া হিংসাৰ আশ্ৰয় ল'ব লাগিব। কিন্তু মনত ৰাখিব লাগিব যে হিংসাশূন্য সমাজ ৰচনাহে বিপ্লৱীৰ শেষ লক্ষ্য। সেয়ে তেওঁ লেনিনৰ "সহিংস বিপ্লৱ" প্ৰত্যাখ্যান কৰা নাই , ৰুছ বিপ্লৱে পৃথিৱীত প্ৰথম আদিম স্তৰৰ গণতন্ত্ৰৰ ভিত্তি ৰচনা কৰা বুলি কৈছে। আনহাতে শংকৰদেৱ যদিও তেওঁৰ মতে অসমৰ জাতীয় সংস্কৃতিৰ প্ৰাণ পুৰুষ, তেওঁ লাচিতৰ তৰোৱালখনকো শ্ৰদ্ধা জনাইছে। কেৱল জড় তৰোৱালখনতকৈ তেওঁ অধিক গুৰুত্ব দিছে লাচিতৰ আত্মবল, স্বদেশ প্ৰেমৰ প্ৰেৰণাক। কিন্তু এই প্ৰশ্নত তেওঁ এটা শেষ মীমাংসাত উপনীত হ'ব পৰা নাছিল।

এই কথাটোকে স্ববিৰোধৰ প্ৰমাণ বুলি দাঙি ধৰাটো বৰ যুক্তিসংগত নহ'ব। বৰং তাক মাৰ্ক্সবাদী চিন্তাৰ প্ৰভাৱত গান্ধীবাদী চিন্তাৰ চাৰিসীমাৰ পৰা ওলাই আহিবলৈ যাওঁতে হোৱা তেওঁৰ মানসিক অন্তৰ্দ্বন্দ্বৰ লক্ষণ বুলিলেহে খাপ খাব। অন্তৰ্দ্বন্দ্বৰ মাজেৰে তেওঁ যে বিগত যুগৰ চিন্তাৰ নিশ্চিন্ত আশ্ৰয় এৰি এক বিশেষ দিশেৰে আগবাঢ়িছিল, সেই কথাও অস্পষ্ট হৈ থকা নাই।

জীৱনৰ শেষ চাৰিটা বছৰ জ্যোতিপ্ৰসাদে হেমাংগ বিশ্বাস, নগেন কাকতি. মণি ভৌমিক আদি অবিভক্ত CPI ৰ মজলীয়া নেতা সকলৰ লগত ঘনিষ্ঠ হৈ পৰি মাৰ্ক্সবাদ সম্পৰ্কে পঢ়াশুনা কৰিছিল। তেওঁলোকৰ পৰামৰ্শ মতে তেওঁ Christopher Caudwell ৰ Studies in a Dying Culture আদি মাৰ্ক্সবাদী গ্ৰন্থ অধ্যয়ন কৰাৰ প্ৰমাণ আছে। পাৰ্টি সদস্যৰ দৰে শাস্ত্ৰ বুলি নাভাবিলেও তেওঁ তেনে কিতাপবোৰ গভীৰ আগ্ৰহ আৰু শ্ৰদ্ধাৰে অধ্যয়ন কৰিছিল। আৰু তেওঁ ভাষণ আৰু ৰচনাত তাৰ প্ৰভাৱ নপৰাকৈ থকা নাছিল। IPTA ৰ সভাপতি হৈ থকা কালত তেওঁ সেই সময়ত প্ৰবল হৈ অহা বামপন্থী-কলা সাহিত্যত পক্ষপাতিত্বৰ (Partisanship) বাবে হেঁচাৰ সন্মুখীন হৈছিল। শিল্পৰ কলাগত ধৰ্ম বা দাবি অস্বীকাৰ নকৰাকৈ তাৰ পক্ষপাতিত্বৰ ধাৰণা এটা তেওঁ যুদ্ধ ক্ষেত্ৰত কৃষ্ণাৰ্জুনৰ যৌথ ভূমিকাৰ উপমাৰে "শিল্পীৰ পৃথিৱী"'ত দাঙি ধৰিছিল।

মতান্ধ পাৰ্টি নেতাৰ নিৰ্দেশত শিল্প সংস্কৃতি "পাৰ্টি লাইন"ৰ অন্ধ সমৰ্থকত পৰিণত হ'লে বিপ্লৱী জনতাই ক্ষতিগ্ৰস্ত হ'ব বুলি তেওঁ উপলব্ধি কৰিছিল। তেওঁ হেমাংগ বিশ্বাসৰ আগত খেদ কৰিছিল যে পাৰ্টিয়ে আৰ্টৰ মূল্য নুবুজে। তেওঁৰ মতে অৰ্থনীতি, ৰাজনীতিয়ে গঢ়ি দিয়া চৰ্তৰ মাজতে সংস্কৃতিয়ে মানুহৰ মন মলি মামৰৰ পৰা মুক্ত কৰি নব-সমাজৰ উপযোগীকৈ, মানুহে "মহা-মহত্ব"ৰ স্তৰ পাব পৰাকৈ, গঢ়ি তুলিব লাগিব। আৰু এনেকৈ গঢ় দিয়া মানুহে পূৰ্বৰ আৰ্থ-ৰাজনৈতিক পৰিসীমাৰ পৰা দূৰলৈ চাবলৈ ক্ষমতা অৰ্জন কৰিব।